# অসম আৰু অম্বিকাগিৰী ৰায়চৌধুৰী

সম্পাদক

ড° ৰামচৰণ ঠাকুৰীয়া

সহযোগী সম্পাদকসকল

ৰোহিণী কুমাৰ শীল

কামালুদ্দিন আহমেদ

আবুবকৰ ছিদ্দিক

জয়ন্তী পাঠক



অসমীয়া আলোচনা-চক্ৰ

অসমীয়া বিভাগ : কটন কলেজ : গুৱাহাটী

ASAM ĀRU AMBIKĀGIRĪ RAYCHAUDHURĪ

A collection of articles on Assam and Ambikagiri Raychaudhury, compiled and edited by Dr. Ramcharan Thakuria and others, and published by the General Secretary, Asamiya Alochana-Cakra, Assamese Department, Cotton College, Guwahati, 1st ed., 1989
Price : Rupees twenty four only.

প্ৰকাশক : সম্পাদক, অসমীয়া আলোচনা-চক্ৰ ● কটন কলেজ, গুৱাহাটী।
প্ৰথম প্ৰকাশ ● এপ্ৰিল, ১৯৮৯।

বেটুপাতৰ শিল্পী : শ্ৰীপুলক গগৈ।
ছপাশাল : বি, পি, প্ৰিণ্টাৰ্ছ ● গুৱাহাটী।

মূল্য : ২৪·০০ ( চৌবিশ ) টকা মাথোন।

অসমৰ্ব

অস্তিত্ব ৰক্ষাৰ আন্দোলনত
জীৱন আহুতি দিয়া
অমৰ শ্বহীদসকলৰ
পবিত্ৰ স্মৃতিত

## অম্বিকাগিৰী ৰায়চৌধুৰী



জন্ম : ১৮ ডিচেম্বৰ, ১৮৮৫ মৃত্যু : ২ জানুৱাৰী, ১৯৬৭

# আমাৰ ক'ৰলগীয়া

অম্বিকাগিৰী ৰায়চৌধুৰী অসমৰ এটি অবিস্মৰণীয় নাম। এই নামটি উচ্চাৰণ কৰাৰ লগে লগে আমাৰ মনলৈ আহে— অসমত জাতীয়তাবাদী চিন্তাধাৰাৰ কথা; আৰু মনত পৰে অসমীয়া ভাষা-সাহিত্যৰ বেদীলৈ তেখেতে দি থৈ যোৱা বিশিষ্ট অৱিহণাৰ কথা। গান্ধীজীয়ে এবাৰ কৈছিল যে তেখেতৰ জীৱনেই তেখেতৰ বাণী। এই একেষিনি কথাকেই সুন্দৰভাৱে ৰায়চৌধুৰীৰ ক্ষেত্ৰতো প্ৰয়োগ কৰিব পাৰি। ১৯০৪-০৫ চনৰ বঙ্গভঙ্গ আন্দোলনৰে পৰা ভাৰতীয় ৰাজনীতি আৰু মুক্তি সংগ্ৰামৰ মাজত ওতঃপ্ৰোতভাৱে সোমাই পৰা এইজনা মহানুভৱ কৰ্ম্মযোগীয়ে পিছলৈ সৰ্ব্বভাৰতীয় ৰাজনীতিৰ পৰা ফালৰি কাটি আহি অসম সংৰক্ষিণী সভা, জাতীয় মহাসভা, অসম যুৱক সমাজ আদি বিভিন্ন অনুষ্ঠানৰ যোগেদি অসমৰ থলুৱা সমস্যা, শ্ৰীহট্ট-বিচ্ছেদ, সীমা-নিৰ্ণয়, লোক-পিয়ল, অসম ৰাজ্যিক ভাষা প্ৰভৃতি একশ এবুৰি স্থানীয় সমস্যাত নিজকে এনেভাৱে জড়িত কৰি লৈছিল যে এসময়ত অসম আৰু অম্বিকাগিৰী— এই দুটি শব্দ যেন সুকীয়া সুকীয়া ভাৱে মনলৈ মনাটোৱেই টান লগা হৈ পৰিছিল। আজিৰ পৰা আঠৈকুৰি বছৰৰো আগতে অসমৰ ডেকা শক্তিক আহ্বান জনাই তেখেতে গাইছিল: "জাগ ডেকা জাগ, জাগ আজি জাগ, স্বৰ্গ-মৰ্ত্ত্য কঁপাই জাগ; বিনাশি জাতিৰ, দুখ-দাৰিদ্ৰ, ঘৃণিত গোলামী দাগ।" সেই সময়ত ৰায়চৌধুৰীৰ এনে আহ্বানলৈ কোনেও বিশেষ মনোযোগ দিয়া নাছিল; বৰং তাৰ বাবে বহুতে তেখেতক বিচ্ছিন্নতাবাদী, সঙ্কীৰ্ণমনা, প্ৰাদেশিকতা-বাদী, বঙাল খেদা নেতা আদি আখ্যাৰেহে বিভূষিত কৰিছিল। কিন্তু সুখৰ বিষয়, তেখেতৰ মহাপ্ৰয়াণৰ একুৰি বছৰৰ ভিতৰতেই অসমীয়া মানুহৰ সেই বিভ্ৰম সম্পূৰ্ণ নাইকীয়া হৈছে আৰু অসমৰ ডেকাশক্তি

আৰু জনগণে তেখেতৰ কল্পনাৰ 'ডেকা অসম' বাস্তৱত ৰূপায়িত কৰিবলৈয়ো বৰ্ত্তমান আগবাঢ়ি আহিছে।

অসমীয়া জাতিৰ অতন্দ্ৰ প্ৰহৰী পিতামহ ভীষ্মস্বৰূপ এইজনা দ্ৰষ্টা পুৰুষৰ পৱিত্ৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে কটন কলেজ অসমীয়া আলোচনা-চক্ৰৰ তৰফৰ পৰা প্ৰকাশ কৰিবলৈ লোৱা এই গ্ৰন্থখনিৰ লক্ষ্য আছিল ৰায়চৌধুৰীৰ অনন্য সাধাৰণ ব্যক্তিত্ব আৰু প্ৰতিভাৰ পৰিচয়ৰ লগতে সেই সময়ৰ অসমৰ সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক অৱস্থাৰো চিত্ৰ এটি দাঙি ধৰা। কিন্তু বহু চেষ্টা কৰিও বিভিন্নসকলৰ পৰা আমি বিচৰা কেইটিমান প্ৰবন্ধ সংগ্ৰহ কৰিব নোৱাৰিলোঁ। গতিকে আমাৰ সেই লক্ষ্য হয়তো সম্পূৰ্ণ নহ'ল। তাৰবাবে সজ্জনসকলে ক্ষমা কৰে যেন।

গ্ৰন্থখনি প্ৰকাশৰ বাবে আৰ্থিক সাহায্য আগবঢ়াইছে অসম চৰকাৰৰ শিক্ষা বিভাগ আৰু সাংস্কৃতিক সঞ্চালকালয়ে, আৰু ছপা কৰি দিছে বি, পি, প্ৰিণ্টাৰ্ছে। এই স্থলতে, অসম চৰকাৰৰ দুয়োটি বিভাগ আৰু বি, পি, প্ৰিণ্টাৰ্ছৰ কৰ্ম্মীবৃন্দলৈ আমাৰ আন্তৰিক শলাগ যাচিছোঁ।

সৰ্ব্বশেষত, যিসকলে কোনো কোনোৱে ভবাৰ দৰে 'বৰশী বোৱা আৰু গ্ৰন্থ-সম্পাদনা কৰা একে কাম' বুলি ভাবিয়ে হওক অথবা দুই এজনে চিন্তা কৰাৰ দৰে 'গ্ৰন্থ-সম্পাদনা সাহিত্য-চৰ্চ্চাৰ জটিল কামসমূহৰে এটি' বুলি মানিয়েই হওক আমাৰ ওপৰত এই দায়িত্ব অৰ্পণ কৰিছিল, সেইসকলৰ ওচৰত আৰু বিশেষকৈ যিসকলৰ অবিহণাৰে এই গ্ৰন্থখনি পোহৰৰ মুখ দেখিলে, সেইসকল সদাশয় ব্যক্তিৰ ওচৰত আমাৰ আন্তৰিক কৃতজ্ঞতা প্ৰকাশ কৰিছোঁ।

২৫ জুন, ১৯৮৭ — ৰামচৰণ ঠাকুৰীয়া

কটন কলেজ, গুৱাহাটী

# আলোচনা চক্ৰৰ সম্পাদকৰ দু-আষাৰ

'অসমীয়া আলোচনা-চক্ৰ' অসমকে ধৰি সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ মেধাসম্পন্ন ছাত্ৰ-ছাত্ৰীসকলে পাঠ-গ্ৰহণ কৰি অহা কটন মহাবিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলৰ ভাষা-সাহিত্য চৰ্চাৰ এটি লেখত লবলগীয়া অনুষ্ঠান। জাতীয় সাহিত্য-সংস্কৃতিৰ চিন্তা-চৰ্চাৰ অনুশীলনৰ সাক্ষী হিচাপে ১৯০১ চনতে প্ৰতিষ্ঠিত এ, থচ, এল ক্লাবৰ আদৰ্শতেই ১৯৬২ চনত কটন কলেজ 'অসমীয়া আলোচন-চক্ৰৰ' জন্ম হৈছিল।

চক্ৰৰ গতিশীলতাৰ বাধকৰ বহলে বিগত ১৯৮৪-৮৫ চনৰ বহুতো কাৰণে যোৱা ১০ জানুৱাৰী (১৯৮৪ চন)ত বহা সাধাৰণ সভাত অধ্যাপক ড° ৰামচৰণ ঠাকুৰীয়াক সভাপতি আৰু আমাক সাধাৰণ সম্পাদকৰ দায়িত্ব অৰ্পণ কৰে। বিগত কালচোৱাত চক্ৰৰ অবিহনে কটনিয়ানসকলৰ প্ৰতি কিমানখিনি সেৱা আগবঢ়াব পৰা গ'ল তাৰ খতিয়ান এটিৰ লগতে কেনেকৈ নানা সমস্যাৰ মাজেৰে অসমীয়া 'আলোচনা-চক্ৰৰ সম্পাদকৰ দু-আষাৰ' শিতান এটি 'অসম আৰু অম্বিকাগিৰী ৰায়চৌধুৰী' গ্ৰন্থত ঠাই দিব পৰা হ'ল তাৰ খল-খুলকৈ ইয়াত দাঙি ধৰা হ'ল।

জন্মলগ্নৰ পৰা এই অনুষ্ঠানটিয়ে কটনিয়ানসকলৰ মাজত সাহিত্য-চৰ্চাৰ বাতাবৰণ সৃষ্টি কৰাৰ উপৰিও মাজে সময়ে বিভিন্ন বিষয়ৰ পণ্ডিতসকলক আমন্ত্ৰণ কৰি আনি ভিন্ন ভিন্ন বক্তৃতামালা অনুষ্ঠিত কৰি আহিছে। নিয়মীয়া বৈঠকবোৰৰ উপৰিও শিক্ষামূলক ভ্ৰমণ, নাট্যাভিনয় আদি আৰু যোৱা কেইবছৰমানৰ ভিতৰত হেমচন্দ্ৰ বৰুৱাৰ জন্ম-শতবাৰ্ষিকী, জ্যোতি সোঁৱৰণী দিৱস, গোহাঞি বৰুৱাৰ জন্ম-শতবাৰ্ষিকী, ড° মাইনূহ ব্ৰজনৰ মৃত্যু-শতবাৰ্ষিকী, শংকৰদেৱৰ

তিৰোভাৱ তিথি আদি বিভিন্ন অনুষ্ঠান অনুষ্ঠিত কৰি আহিছে।

চক্ৰৰ কৰ্মক্ষেত্ৰৰ পৰিসৰ বৃদ্ধি কৰাৰ উদ্দেশ্যেৰে যোৱা ১৭ সেপ্তেম্বৰ তাৰিখে সদৌ অসম ভিত্তিত এখনি কবিতা প্ৰতিযোগিতা আয়োজন কৰা হয় আৰু প্ৰথম আৰু দ্বিতীয় স্থান পোৱা দুজনক একোখনকৈ মানপত্ৰ আৰু পুৰস্কাৰ প্ৰদান কৰা হয়। ইয়াৰ উপৰিও ১৯ জানুৱাৰী তাৰিখে হেমচন্দ্ৰ বৰুৱাৰ ডেৰশ বছৰীয়া জন্ম-শতবাৰ্ষিকী, ব্ৰাউনৰ মৃত্যু-শতবাৰ্ষিকী আৰু অসমকেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীৰ জন্ম-শতবাৰ্ষিকী উৎসৱ যথাযোগ্যভাৱে পালন কৰা হয়। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰদ্ধেয় বীৰেণ বৰকটকীৰ উপৰিও সাহিত্য সভাৰ কেবাগৰাকীও প্ৰাক্তন সভাপতি অনুষ্ঠানসমূহত যোগদান কৰে।

যোৱা ২৯ আগষ্ট (১৯৮৬) তাৰিখে অসম সাংস্কৃতিক সঞ্চালকালয়ৰ সৌজন্যত আৰু চক্ৰৰ উদ্যোগত 'অসমৰ নাট্য আন্দোলন' শীৰ্ষক আলোচনা-সত্ৰ এখনি অনুষ্ঠিত হয়। এই আলোচনা-সত্ৰ উদ্বোধন কৰে অসমৰ শিক্ষামন্ত্ৰী মাননীয় শ্ৰীযুত বৃন্দাবন গোস্বামীদেৱে। শিক্ষা আয়ুক্ত শ্ৰীযুত কমলেশ্বৰ বৰাদেৱেও ইয়াত যোগদান কৰে। সভাত সভাপতিত্ব কৰে চক্ৰৰ সভাপতি ড° ৰামচৰণ ঠাকুৰীয়াদেৱে। এই সভাত ৰাজ্যিক সাংস্কৃতিক সঞ্চালক আনন্দমোহন ভাগৱতী, ড° সত্যেন্দ্ৰনাথ শৰ্মা, ড° লীলা গগৈ, আদি বিশিষ্ট ব্যক্তিসকলে যোগদান কৰে। সামৰণী উৎসৱত পৌৰোহিত্য কৰে অসমীয়া বিভাগৰ মুখ্য অধ্যাপিকা শ্ৰীযুতা ভুবনেশ্বৰী বৈশ্যাই। সন্ধিয়া 'কচুৱা সাংস্কৃতিক সংঘৰ' দ্বাৰা 'ৰামবিজয়' নাট ভাওনা অভিনীত হয়। ভাওনা উদ্বোধন কৰে অসমৰ পঞ্চায়তী মন্ত্ৰী শ্ৰীমতুল ৰবাদেৱে।

ইয়াৰ উপৰিও চক্ৰৰ কালৰপৰা এই বছৰটোত কেবাখনিও প্ৰাচীৰ পত্ৰিকা উলিওৱা হয়। এনেদৰে বিবিধ কাৰ্য্যক্ৰমণিকাৰ মাজেৰে আমাৰ কাৰ্যকালৰ অন্ত পৰে। ইয়াৰ লগে লগে ১৯৮৬-৮৭ চনৰ বাবে অধ্যাপক শ্ৰীদ্বিজেন্দ্ৰ নাৰায়ণ গোস্বামীক সভাপতি আৰু শ্ৰীঅংশুমান দাস আৰু শ্ৰীদীপেন নাথক যুটীয়া সম্পাদক হিচাপে চক্ৰৰ দায়িত্ব অৰ্পণ কৰা হয়

এই বছৰতে অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীৰ জন্ম-শত-বাৰ্ষিকী উপলক্ষে এখনি গ্ৰন্থ প্ৰকাশ কৰিবলৈ চক্ৰই সিদ্ধান্ত লয়। এই উদ্দেশ্যেৰে অসম চৰকাৰৰ শিক্ষা বিভাগৰ পৰা ৬০০০.০০ টকা আৰু সংস্কৃতিক সঞ্চালকালয়ৰ পৰা ২০০০.০০ৰ দুটি আৰ্থিক সাহায্য লৈ গ্ৰন্থখনি প্ৰকাশৰ ক্ষেত্ৰত আগবঢ়া হয় কিন্তু বিভিন্ন অসুবিধাৰ সন্মুখীন হব লগা হোৱা বাবে গ্ৰন্থখনিৰ প্ৰকাশত কিছু পলম হয়। তথাপিও পলমকৈ হলেও 'অসম আৰু অম্বিকাগিৰী ৰায়চৌধুৰী' নামৰ গ্ৰন্থখনি প্ৰকাশ হোৱাত সকলোৰে এটি বহুদিনীয়া অভাৱ পূৰণ হব বুলি আশা কৰিছোঁ।

গ্ৰন্থখনিত ৰায়চৌধুৰীদেৱৰ বিচিত্ৰ জীৱনৰ বিভিন্ন দিশত আলোকপাত কৰিবলৈ যত্ন কৰা হৈছে। কিন্তু ৰায়চৌধুৰীদেৱৰ কৰ্মময় জীৱনৰ সকলো দিশ এখনি সৰু গ্ৰন্থত প্ৰকাশ কৰা অসম্ভৱ। দেশৰ স্বাধীনতাৰ বাবে, অসমীয়া জাতিৰ জাতীয় অস্তিত্ব ৰক্ষাৰ বাবে কেনেদৰে এজন মহান ভাৰতীয় হব পাৰি, ইত্যাদি বিভিন্ন ক্ষেত্ৰত আগবঢ়োৱা ৰায়চৌধুৰীৰ অৱদানসমূহৰ বিষয়ে আলোকপাত কৰাই এই গ্ৰন্থখনিৰ উদ্দেশ্য। এনে এখনি মহৎ-গ্ৰন্থ প্ৰকাশ কৰিবৰ বাবে সমৰ্থ হোৱাৰ বাবে চক্ৰই ধন্য মনাৰ লগতে অসম চৰকাৰৰ শিক্ষা বিভাগ আৰু সাংস্কৃতিক সঞ্চালকালয়ৰ পৰা পোৱা আৰ্থিক সাহায্যৰ বাবে চক্ৰৰ তৰফৰ পৰা দুয়োটা বিভাগৰে শলাগ লৈছোঁ। লগতে মোৰ কাৰ্য্যকালৰ সময়ছিনিত চক্ৰক

অধিক সক্ৰিয় কৰা আৰু বিভিন্ন সময়ত পোৱা দিহা পৰামৰ্শৰ বাবে চক্ৰৰ সভাপতি অধ্যাপক ড° ৰামচৰণ ঠাকুৰীয়াদেৱৰ ওচৰত মই বিশেষভাৱে কৃতজ্ঞ। কোষাধ্যক্ষ, অধ্যাপক শ্ৰীনাৰায়ণ শৰ্মা, হিচাপ পৰীক্ষক ড° ৰমেশ পাঠক, মুখ্য অধ্যাপিকা শ্ৰীভুৱনেশ্বৰী বৈশ্য, ড° হেমন্তকুমাৰ শৰ্মা, অধ্যাপক শ্ৰীদ্বিজেন্দ্ৰ নাৰায়ণ গোস্বামী, অধ্যাপক শ্ৰীযদন শইকীয়া প্ৰভৃতিলৈয়ো মোৰ ভক্তি ভৰা কৃতজ্ঞতা যাচিছোঁ। লগতে, মোক সকলো দিশতে সহযোগ কৰা বাবে চক্ৰৰ সহকাৰী সম্পাদক এম. কামালুদ্দিন আহমেদৰ উপৰিও আবুবকৰ ছিদ্দিক, আবুল হুচেইন আৰু অসমীয়া বিভাগৰ সমূহ কটনিয়ান বন্ধু-বান্ধৱীলৈ মোৰ শলাগ জনাইছোঁ।

২ ফেব্ৰুৱাৰী, ১৯৮৭

ৰোহিণী কুমাৰ শীল
সম্পাদক,
অসমীয়া আলোচনা-চক্ৰ, কটন কলেজ

# সম্পাদনা সমিতি

সভানেত্ৰী : অধ্যাপিকা ভুৱনেশ্বৰী বৈশ্য

উপদেষ্টাসকল : অধ্যাপক নাৰায়ণ শৰ্মা

অধ্যাপক দ্বিজেন্দ্ৰ নাৰায়ণ গোস্বামী

অধ্যাপক মদন শইকীয়া

অধ্যাপক পৱন কুমাৰ বৰুৱা

ড° ৰমেশ পাঠক

সম্পাদক : ড° ৰামচৰণ ঠাকুৰীয়া

সহযোগী সম্পাদকসকল : ৰোহিণী কুমাৰ শীল

কামালুদ্দিন আহমেদ

আবুবকৰ ছিদ্দিক

জয়ন্তী পাঠক

সদস্যসকল : পৱন বৰদলৈ

কেশৱ গগৈ

বীৰেন শইকীয়া

ৰয়েদ আহমেদ

হেমন্ত ডেকা

অৰুণ বৰা

আবুল হুছেইন

## সূচীপত্র

পৰিশিষ্ট

# অসম আৰু অসমীয়া

পৰাগ বৰদলৈ

অসম নামটো আপেক্ষিকভাৱে নতুন। দ্বাদশ শতিকাৰ আগলৈকে এই নামৰ কোনো বাক্য প্ৰকাৰ কথা উল্লেখ পোৱা নাযায়। পুৰণি কালত আমাৰ দেশখনৰ নাম প্ৰাগজ্যোতিষ আৰু কামৰূপ আছিল; আৰু তেতিয়া ইয়াৰ ভৌগলিক সীমাৰেখা যথেষ্ট বিস্তৃত আছিল। অৱশ্যে বৈষ্ণৱ সাহিত্য, চৰিত পুথি আৰু খনচেৰেক বুৰঞ্জীত অসম বা আসাম শব্দৰ ব্যৱহাৰ পোৱা যায়। "ইংৰাজ আগমনৰ সময়ৰে-পৰা (১৮২৬) সততানিকৈ আচাম আৰু আসাম ব্যৱহাৰ হ'বলৈ ধৰে। পিছত অসম সাহিত্য সভাই এটা প্ৰস্তাৱযোগে অসম শব্দটো সৰ্বজন গ্ৰহণযোগ্য ক'ৰি দাঙি ধৰে।"[1]

অসম নামৰ উৎপত্তি সম্পৰ্কে পণ্ডিতসকলে ভিন ভিন অভিমত দাঙি ধৰিছে। ড° সুনীতি কুমাৰ চট্টোপাধ্যায়ে ভাবে যে শান্ শব্দৰ-পৰাই অসম আৰু আহোম শব্দৰ উদ্ভৱ হৈছে। ড° বাণীকান্ত কাকতিয়ে লিখিছে: "The word Assam was connected with the shan invaders of the Brahmaputra Valley. Since 1228 the easternmost part of the valley came under the domination of a section of the great Thāi (Tāi) or Shan race which spreads eastwards from the border of Assam over nearly the whole of further India and far into the interior of China. It seems curious that while the Shan invaders

১. ড° লীলা গগৈ, অসমৰ সংস্কৃতি, ১৯৮২, পৃ ১।

called themselves Tai (Gait : p. 245) they came to be referred to as Āsām, Āsam, Asam and Acam, by the natives of the province." [২] আনহাতে ড° প্ৰতাপ চন্দ্ৰ চৌধুৰী আৰু ড° পদ্মেশ্বৰ গগৈৰ মতে অসম শব্দৰ উৎপত্তি হৈছে হা-চাম-ৰপৰা। ডিম্বেশ্বৰ নেওগৰ ধাৰণাত শ্যাম শব্দৰপৰাই আশ্যাম বা অসম শব্দৰ উৎপত্তি। শ্যামসকলে অধিকাৰ কৰা স্থানক বড়োসকলে হা-শ্যান বুলিছিল। এই হা-শ্যানৰপৰাই অসম নামৰ উৎপত্তি হোৱা বুলি ৰাজমোহন নাথে অনুমান কৰে।

প্ৰাচীন প্ৰাগজ্যোতিষ আৰু কামৰূপৰ লগত ভাৰতৰ অন্যান্য প্ৰান্তৰৰ যোগাযোগ থকাৰ প্ৰমাণ মহাভাৰতৰ যুগৰপৰাই আছে। গেইট চাহাবে শ্ৰীকৃষ্ণ অসমলৈ অহাৰ ঐতিহাসিক ব্যাখ্যা এনেদৰে দিছে : "The story of Krishna's invasion may perhaps be taken to indicate an expedition by some ancient Aryan chief." [৩]

"এই হুয়োটা নামৰ ক্ষেত্ৰতো পিছৰ কালত সংস্কৃতীয়া অৰ্থ আৰোপ কৰিলেও দুয়োটা নামৰ উৎপত্তিৰ মূল আৰ্যেতৰ ভাষাহে। সিন্ধু-গংগা উপত্যকাৰপৰা দক্ষিণ-পূব এছিয়াৰ বিভিন্ন ঠাইলৈ আৰ্য-সভ্যতা প্ৰাগৈতিহাসিক কালতে বিয়পাৰ প্ৰমাণ আছে। সেইবাবে ভাৰতৰ পশ্চিম অঞ্চলৰ বহু ঠাইৰ নামৰ অনুকৰণত আৰ্য সভ্যতা বা হিন্দু সভ্যতাই পূবৰ বিভিন্ন ঠাইৰ নামকৰণ কৰি লৈছিল বোলা মতটিও এই ক্ষেত্ৰত প্ৰণিধানযোগ্য।" [৪]

তৃতীয়-চতুৰ্থ শতিকাৰপৰাই কামৰূপৰ উল্লেখ আছে। কুমাৰ ভাস্কৰবৰ্মনৰ ৰাজত্ব কালত অহা চীনা পৰিব্ৰাজক হিউৱেন্‌চাঙৰ

---

২ এহামিক্স—ইট্‌ছ্‌ ফৰমেচন এণ্ড্‌ ডেভেল'পমেণ্ট, তৃতীয় প্ৰকাশ, পৃ. ১-২।
৩ চাৰ এডৱাৰ্ড গেইট, এ হিষ্টি অব্‌ এছাম ; ৰিপ্ৰিণ্ট, ১৯৬৭, পৃ. ১৫।
৪ ড° নগেন শইকীয়া, 'অসম আৰু অসমীয়া' (সংস্কৃতি সন্ধানত সন্নিবিষ্ট), পৃ. ১১২।

বৰ্ণনাত 'কামৰূপ'ৰ পৰিধি দহহেজাৰ 'লি' আছিল। তদুপৰি পৰিব্ৰাজক গৰাকীয়ে লিখিছিল: "দেশখন দ আৰু বতাহত জলীয় ভাপ বেছি। খেতি নিয়মমতে হয়। বতৰ ভাল। নগৰখনেকে বহুতো স্তম্ভ আৰু পুখুৰী আছে। নাগৰিকসকল সাধু প্ৰকৃতিৰ। ভাষা মধ্য-ভাৰতৰ ভাষাৰপৰা কিছু বেলেগ।" সম্ৰাট সমুদ্ৰগুপ্তৰ 'এলাহাবাদ স্তম্ভ'তো কামৰূপৰ নাম আছে। কুমাৰ ভাস্কৰবৰ্মনৰ নিধানপুৰ ফলিৰপৰা উত্তৰ গুৱাহাটীত থকা কানাই বৰশীবোৱা শিলালিপিলৈ কামৰূপৰ প্ৰাচীন ঐতিহ্য, ৰাজনৈতিক আৰু ভৌগোলিক পৰম্পৰাৰ পৰিচয় পোৱা যায়। বৰ্মন ম্লেচ্ছ, পাল, বৰাহীপাল দেৱ, চুতীয়া কোচ, কছাৰী আৰু আহোমসকলৰ ইতিহাসেই অসমৰ ইতিহাস।

ভূমিপুত্ৰ বড়োসকল অসমৰ আদিম অধিবাসী। আহোম বা টাইজাতিয়ে ত্ৰয়োদশ শতিকাৰপৰাই অসমৰাজ্য শাসন কৰে। আৰ্য গোষ্ঠীসকলো সিন্ধু উপত্যকা পাৰহৈ ব্ৰহ্মপুত্ৰ উপত্যকাত বিয়পি পৰে। মোগলৰ অসম আক্ৰমণত একালেদি অসমৰ লগত দিল্লীৰ যোগাযোগ আৰু আনকালেদি সংস্কৃতিৰ সমন্বয় গঢ়ি উঠে। "যদি মোগল-পাঠানৰ সৰ্বগ্ৰাসী আক্ৰমণেই জাতিটোৰ প্ৰাণত অন্তঃপ্ৰেৰণাৰ সঞ্চাৰ কৰিছিল, তেনেহলে চেঙবিলাকেই আশাম বা আশ্যাম বুলি নামকৰণ কৰাটো একো আচৰিত নহয়। দেশখনৰ ভিতৰত যিটো জাতিয়ে আক্ৰমণৰ সুদূৰপ্ৰসাৰী পৰিণতি বোধ কৰিবলৈ নেতৃত্ব দিছিল চেঙবিলাকেই শ্যান বা শ্যাম।"[৫]

অসমীয়া জাতি বিভিন্ন নৃগোষ্ঠীৰ প্ৰজাতীয় উপাদানেৰে গঠিত। বহপাৰ্বত অসমীয়া জাতি গঠনৰ উপাদানসমূহ আলোচনা কৰিলেহে অসমীয়া জাতি বুলিলে কোন জনগোষ্ঠীক বুজায় তাৰ এটা ধাৰণা কৰিব পৰা যায়। ড° ভুবনমোহন দাসে অসমীয়া জাতি গঠনত দুটা মৌলিক দিশৰ কথা উল্লেখ কৰিছে: "এটা মৌলিক

৫. ড° লীলা গগৈ, অসমৰ সংস্কৃতি, পৃ. ৪।

দিশ হ'ল বিভিন্ন প্ৰজাতীয় উপাদানেৰে গঠিত অসমৰ মানুহৰ জৈৱিক চৰিত্ৰ বা আবয়বিক ৰূপ; আনটো দিশ হ'ল অসমৰ মানুহৰ সংস্কৃতি।"[৬] প্ৰজাতি এটা 'ধাৰণা' আৰু এই 'ধাৰণা'ৰ ওপৰত নিৰ্ভৰ কৰিছে বিভিন্ন ব্যাখ্যা আগবঢ়াই আহিছে। কিন্তু এই ক্ষেত্ৰত এটা কথা লক্ষণীয় যে সাম্প্ৰতিক কালত প্ৰজাতি, প্ৰজাতি গঠন, প্ৰজাতি শ্ৰেণীকৰণ, প্ৰজাতি-বিশ্লেষণ ইত্যাদি সম্পৰ্কে নকৈ পৰীক্ষা-নিৰীক্ষা কৰি থকা হৈছে। আনকি বৰ্তমানৰ কোনো কোনো পণ্ডিতে আগৰকালৰ প্ৰজাতিৰ গঠন আৰু শ্ৰেণীকৰণ-সম্পৰ্কে সন্দেহ প্ৰকাশ কৰে। সি যি কি নহওক, প্ৰজাতি পৰিৱৰ্তনশীল আৰু বিভিন্ন কাৰণত বিভিন্ন প্ৰক্ৰিয়াত প্ৰজাতিৰ ৰূপ সলনি হয়। মুখ্য জৈৱিক বা আবয়বিক ৰূপৰ কাৰণ চাৰিটা বুলি ধৰা হয়— উৎপৰিৱৰ্তন, নিৰ্বাচন, জিনৰ সম্প্ৰবাহ আৰু সংমিশ্ৰণ। এই কাৰণসমূহৰ প্ৰত্যেকে একাকী-কৰণ, উৎপৰিৱৰ্তন ইত্যাদি কাৰকে শক্তিশালী আৰু সক্ৰিয় হোৱাত সহায় কৰে। অসমীয়া জাতি গঠনতো বিভিন্ন নৃগোষ্ঠীৰ উপাদান প্ৰক্ৰিয়া বিশেষভাৱে উল্লেখযোগ্য। উক্ত জনগোষ্ঠীৰ মাজত মঙ্গোলীয়, অষ্ট্ৰিক, নেগ্ৰিটো প্ৰভৃতি প্ৰজাতিমূল থকাৰ কথা পণ্ডিতসকলে উল্লেখ কৰিছে। এটা কথা মনকৰিবলগীয়া যে অসমৰ বাহিৰে ভাৰতৰ কোনো আন ৰাজ্য বা অঞ্চলতে মঙ্গোলীয় প্ৰজাতিমূল জনগোষ্ঠীৰ একেকুৰা বিপুল পৰিমাণৰ বসতি আৰু ককেছীয় প্ৰজাতিমূল সম্প্ৰদায়ৰ লগত আংগীকৰণ দেখা নাযায়। বৰ্তমানৰ অসমীয়া জাতি গঢ়ি উঠিব পাৰিছে পৃথিৱীৰ এই দুই বৃহৎ মানৱগোষ্ঠীৰ তেজৰ সংমিশ্ৰণত আৰু অসমীয়া জনসংস্কৃতিৰ মূল ভেটি প্ৰতিষ্ঠিত হৈ উঠিছে এই দুই গোষ্ঠীৰ অজস্ৰ ক্ষুদ্ৰ ক্ষুদ্ৰ সম্প্ৰদায়ৰ সাংস্কৃতিক অন্তঃক্ৰিয়া (interaction), আংগীকৰণ (assimilation) আৰু সমন্বয়ৰ (integration)

---

৬ ড° ভুবন মোহন দাস, অসমৰ মানুহ : প্ৰজাতি আৰু সংস্কৃতি : এটি দৃষ্টিপাত, ১৯৮৬, পৃ. ৮।

কৰিছে।"[৭]

প্ৰাচীন কালৰেপৰা অসমলৈ বিভিন্ন প্ৰজাতিমূলীয় লোকৰ প্ৰব্ৰজন ঘটে। দক্ষিণ-পূব এছিয়াৰপৰা অহা মঙ্গোলীয় প্ৰজাতিমূলৰ লোকে বিভিন্ন সময়ত দলবদ্ধভাৱে এই অঞ্চললৈ আহে আৰু ইয়াত বসবাস কৰে। অষ্ট্ৰিকভাষী লোকসকল মন্-খমেৰ সম্প্ৰদায়ৰ আৰু এই অঞ্চললৈ অহা প্ৰাচীনতম গোষ্ঠী। অষ্ট্ৰিকসকলৰ গাৰ বৰণ মুগা হালধীয়া। তেওঁলোক 'কল্পনা-প্ৰৱণ, উদ্দাম আৰু বতিয়াল।' ধানখেতি কৰা, তামোল-পাণ খোৱা, খোৱা-বোৱা আদি পদ্ধতি তেওঁলোকৰপৰাই অহা বুলি অনুমান কৰা হয়। কোল, মুণ্ডা, হো, চিনটেং, খোছো আদি অষ্ট্ৰিক গোষ্ঠীৰপৰা বিভক্ত হৈছে। মৰাণ-সকলৰ মাজতো অষ্ট্ৰিক উপাদান থকা বুলি কোনো কোনো পণ্ডিতে অনুমান কৰে। অসমৰ চাহ-বাগিছাৰ অসমীয়াসকলৰ মাজতেই বৰ্তমান অষ্ট্ৰিক গোষ্ঠীৰ উপাদান লক্ষ্য কৰা যায়। নৃতাত্ত্বিক বিচাৰত খাছি আৰু মিজোসকল মঙ্গোলীয় গোষ্ঠীৰ।

অসমৰ ভৈয়াম অঞ্চলত বসবাস কৰা বড়োসকল তিব্বত-বৰ্মীয় ভাষাগোষ্ঠীৰ দ্বিতীয় প্ৰাচীনতম অধিবাসী। অসমৰ জন-সংস্কৃতিৰ ক্ৰমবিকাশৰ মূলতে হ'ল এই গোষ্ঠীৰ জনজাতীয় সংস্কৃতিৰ সমন্বয়। চুতীয়া, মিছিং, কাৰ্বি, মৰাণ, দেউৰী আৰু আহোম জনগোষ্ঠীৰ লোকসকল মঙ্গোলীয় প্ৰজাতিৰ জনগোষ্ঠী। এই জনগোষ্ঠীসমূহৰ দক্ষিণ-পূব এছিয়াৰপৰা অসমলৈ প্ৰব্ৰজন হয়। "চুতীয়া আৰু আহোম-সকল ৰাজকীয় পৃষ্ঠপোষকতাৰদ্বাৰা হিন্দুধৰ্ম গ্ৰহণৰ জৰিয়তে ভাৰতীয় সংস্কৃতিৰ মূল সুঁতিৰ লগত মিলি যায়।...... এই দুই সম্প্ৰদায়েই পৃথিৱীৰ বৃহৎ দুটা প্ৰজাতিৰ [ ককেচীয় (আৰ্য) আৰু মঙ্গোলীয় ] সংমিশ্ৰণৰ সৰ্বপ্ৰথম দৃষ্টান্ত।"[৮]

৭ ড° মনমোহন দাস, 'অসমীয়া জাতি গঠন-সমস্যা' (প্ৰান্তিক, ৪ৰ্থ বছৰ, ৮ম সংখ্যা', '৮৫-ত সন্নিবিষ্ট)।

৮. ড° মনমোহন দাস, 'অসমীয়া জাতি গঠন-সমস্যা'।

অসমীয়া জনগোষ্ঠীৰ বিশাল গোষ্ঠীটো হৈছে মঙ্গোলীয় গোষ্ঠী। এই গোষ্ঠীৰ দুটা ভাগ হ'ল— তিব্বত-বৰ্মা আৰু টাইচীন। তিব্বত-বৰ্মা ভাষাগোষ্ঠীক আৰু তিনিটা ভাগত ভাগ কৰা হৈছে— তিব্বত-হিমালয়ী, উত্তৰ অসম আৰু অসম-বৰ্মা। টাই-চীনৰ দুটা ভাগ— খামটি-ফাকিয়াল আৰু টাই-শান। তিব্বত-হিমালয়ীৰ দুটা ভাগ ভোটীয় আৰু হিমালয়ী। অসম-বৰ্মা ভাগৰ তিনিটা ভাগ— বড়ো, নগা আৰু কুকিচীন। উত্তৰ অসম ভাষাগোষ্ঠীৰলোক অৰুণাচলত আছে। বৰ্তমানলৈ এই ভাষাগোষ্ঠীৰ প্ৰামাণ্য আলোচনা হোৱা নাই। এই অঞ্চলত প্ৰচলিত কিছুমান ভাষাগোষ্ঠী হ'ল অঁকা, ডফলা বা নিচি, আদি, মিৰি বা নিচিমিৰি, মিচিং, মিচিমি (ইদ, ডিগাৰু, মিজু), চিংফৌ, আপাটানি গালং মিএং পাদাম, টাগিন ইত্যাদি।[৯]

অসমত বাসকৰা ব্ৰাহ্মণ, দৈৱজ্ঞ বা গণক, কলিতা, কায়স্থ আদিৰ লগত আলপাইনসকলৰ আৰু 'অসমৰ কলিতাসকলৰ একাংশ আৰু কৈৱৰ্তসকলৰ একাংশৰ মাজত দ্ৰাবিড়ীয়সকলৰ নৃতাত্ত্বিক পৰিচয়ৰ কিছু লক্ষণ থাকিব পাৰে।" তেনেহলে অসমৰ মুছলমানসকলৰ আনুষংগিক লক্ষণ বিশ্লেষণ কৰিলে নৃতাত্ত্বিকৰ দৃষ্টিত পাৰ্থক্য ধৰা পৰে। কোনো এটা গোষ্ঠীৰ মাজতে সম্পূৰ্ণ আৱয়বিক বা জৈৱিক দিশ একক হিচাপে দেখা নাযায়। অৰ্থাৎ সকলো জনগোষ্ঠীৰ মাজত এটা মিশ্ৰৰূপ আছে। এই মিশ্ৰৰূপত অসমীয়া জাতি গঢ়ি উঠিছে। স্বৰূপাৰ্থত, নানা যুগৰ নানা ঘটনা অতিক্ৰম কৰি যি জাতি-প্ৰজাতিয়ে অসমৰ চাৰিসীমাৰ ভিতৰত বসবাস কৰি সংস্কৃতি আৰু অসমৰ বৈশিষ্ট্য ৰক্ষা কৰি আহিছে— সেয়ে অসমীয়া জাতি।

৯. ড° উপেন্দ্ৰনাথ গোস্বামী, ভাষা বিজ্ঞান।

# উনবিংশ শতিকাৰ অসমত জাতীয় চেতনাৰ উন্মেষ

ভুবনেশ্বৰী বৈশ্য

দেশপ্ৰেম বা জাতীয়তাবোধ মানুহৰ স্বভাৱজাত। শিক্ষিত-অশিক্ষিত, ধনী-দুখী, উচ্চ-নীচ, সভ্য-অসভ্য সকলো মানুহৰে অন্তৰত দেশপ্ৰেমৰ ভাব থাকে। নিজৰ মাতৃক ভাল পাবলৈ যেনেকৈ কাকো শিকাব নেলাগে, তেনেকৈ দেশ-মাতৃকাক ভাল পাবলৈও কোনো শিক্ষা বা তালিমৰ আৱশ্যকতা নাই। কিন্তু 'দেশপ্ৰেম' বা 'জাতীয়তা বোধ আৰু 'জাতীয় চেতনা'ৰ মাজত সামান্য পাৰ্থক্য আছে। 'বোধ' আৰু 'চেতনা' মূলতঃ একে যদিও 'জাতীয়তাবোধ' বুলিলে যি বুজায় 'জাতীয় চেতনা' বুলিলে ঠিক সেইটো নুবুজায়। 'জাতীয়তা বোধ' বা জাতীয়তাৰ ভাব সকলোৰে অন্তৰত থাকে; সিয়েই যেতিয়া কোনো এটা বিশেষ কাৰণত সমূহীয়াভাৱে জাগ্ৰত হৈ উঠে, তেতিয়া সি 'জাতীয় চেতনা'ত পৰিণত হয়। দেশখন বা জাতিটো যেতিয়া কোনো সংকটৰ সন্মুখীন হয়, তেতিয়াই 'জাতীয় চেতনা' জাগি উঠে। সাধাৰণতেঃ বহিঃশত্ৰুৰ আক্ৰমণ, জাতিৰ ওপৰত বিদেশী শক্তিৰ আধিপত্য আদি ৰাজনৈতিক কাৰণ নাইবা অৰ্থনৈতিক শোষণ, জাতীয় সংস্কৃতিৰ বিপন্ন অৱস্থা আদি কাৰণত যেতিয়া জাতিটো বা দেশখনে এটা সন্ধিক্ষণত আহি উপস্থিত হয়, তেতিয়াই মানুহৰ অন্তৰত সুপ্ত হৈ থকা জাতীয় ভাব জাগাৰিত হয়, আৰু মহামাৰীৰ দৰে সমগ্ৰ জাতিটোৰ মাজত বিয়পি পৰে। ই বহু পৰিমাণে স্বতঃস্ফূৰ্ত যদিও সুপৰিচালিত জাতীয় চেতনাই সুপৰিণতি লাভ কৰে। আমাৰ কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, দেশভক্ত তৰুণৰাম ফুকন, লোকপ্ৰিয় গোপীনাথ বৰদলৈ, অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী আদি সুযোগ্য নেতাসকলৰ পৰিচালনাতে ভাৰতৰ জাতীয়

আন্দোলনৰ অংশ হিচাপে অসমৰ আন্দোলনেও ইয়াক সফল কৰি তোলাত অৰিহণা যোগাব পাৰিছিল।

অসমীয়াৰ বীৰত্ব আৰু দেশপ্ৰেম ইতিহাস প্ৰসিদ্ধ। সোতৰ বাৰকৈ মোগলৰ আক্ৰমণ প্ৰতিহত কৰা অসমীয়া জাতিৰ সাহস, বীৰত্ব বা দেশপ্ৰেমৰ অভাৱ নাছিল; কিন্তু উনবিংশ শতিকাৰ প্ৰথমৰ ফালে সেই সাহস, সেই বীৰত্ব যেন কিছু স্তিমিত হৈ পৰিছিল। অষ্টাদশ শতিকাৰ মাজভাগৰপৰা আৰম্ভ হৈ প্ৰায় অৰ্ধ-শতিকা জুৰি চলা মোৱামৰীয়া বিদ্ৰোহ, আহোম ৰাজত্বৰ শেষৰ ফালে ৰাজ-শক্তিৰ দুৰ্বলতা আৰু বিষয়াসকলৰ ক্ষমতা লৈ হোৱা কাঢ়া-আজোৰাৰ ফলত হোৱা মানৰ আক্ৰমণ, উনবিংশ শতিকাৰ প্ৰথম দুই দশকত চলা মানৰ অত্যাচাৰ— এইবোৰে অসমীয়া মানুহক একেবাৰে জুকলা কৰিছিল। হাবিয়ে-বননিয়ে পলাই ফুৰিবলগীয়া হোৱা অসমীয়া মানুহৰ সমাজ-জীৱন বুলিবলৈ একো নাইকিয়া হৈ ছিল। মানৰ অত্যাচাৰত মানুহৰ যেতিয়া পানীত হাঁহ নচৰা অৱস্থা হৈছিল, অসমীয়া মানুহে যেতিয়া ত্ৰাহি মধুসূদন সুমৰিছিল, সেই সময়তে ১৮২৬ চনত অসমদেশ বিদেশী ইংৰাজৰ অধীন হয়। ইংৰাজে মানৰ অত্যাচাৰৰপৰা অসমবাসীক উদ্ধাৰ কৰিলে, আভ্যন্তৰীন অশান্তি দূৰ কৰি দেশত শান্তি-শৃঙ্খলা স্থাপন কৰিলে। শান্তিৰে থিতাপি লাগি থাকিবলৈ পাই অসমীয়া মানুহে স্বৰ্গ পোৱাদি পালে আৰু তেওঁলোকক বিপদত সহায় কৰা ইংৰাজসকলক ত্ৰাণকৰ্তা জ্ঞান কৰিলে। মুমূৰ্ষু অসমীয়া জাতিৰ তেতিয়া চিন্তা কৰাৰ অৱকাশ নাছিল যে বৃটিছে তেওঁলোকৰ স্বাধীনতা মহাধন হৰণ কৰিলে।

বৃটিছে নতুন শাসন-ব্যৱস্থা প্ৰবৰ্ত্তন কৰিলে। ইংৰাজী শিক্ষাৰ প্ৰচলন হবলৈ ধৰিলে। বাংলা ভাষাই অসমৰ শিক্ষা আৰু শাসন-ব্যৱস্থাৰ ভাষা ৰূপে ঠাই ললে, শাসন-কাৰ্য আৰু শিক্ষাদান-কাৰ্যত সহায়তা কৰিবলৈ বঙালীলোকৰ আমদানি হ'ল —এইদৰে উনবিংশ শতিকাৰ প্ৰথম তিনি-চাৰিটা দশকত অসমৰ ৰাজনীতি, অৰ্থনীতি

আৰু সমাজ-জীৱনত বহুখিনি গুৰুত্বপূৰ্ণ পৰিবৰ্তন হ'ল। কিন্তু এইছোৱা সময়ত অসমীয়া প্ৰজা-সাধাৰণে মুমূৰ্ষু অৱস্থাৰপৰা সুস্থ হৈ উঠিব পৰা নাছিল, সেয়ে দেশৰ স্বাৰ্থ হানিকৰ কাৰ্যসমূহ সংঘটিত হৈছিল যদিও সাধাৰণ ৰাইজে তাৰ প্ৰতিবাদ কৰা নাছিল নাইবা সেই বিষয়ে কোনো সমূহীয়া সচেতনা দেখুওৱা নাছিল। সাধাৰণ ৰাইজে তেতিয়া মাত্ৰ শান্তিৰে উশাহ লবলৈ বিচাৰিছিল। বৃটিছৰ লগতে বিদেশী শ্ৰমিক, বিষয়া আদি অহাত অসমীয়া মানুহৰ এলাহ বাঢ়িছিল। বিদেশী বং চডীয়া বস্তু সহজতে পাই মানুহবোৰ শ্ৰম বিমুখ হৈ পৰিছিল। তাৰ উপৰি অসমীয়া জাতিটোক তেতিয়া কানি হৰবিহে গ্ৰাস কৰি কৰি একেবাৰে নিস্তেজ কৰি পেলাইছিল।

আনহাতে ইংৰাজী শিক্ষা প্ৰচলনৰ আৰম্ভণিতে অসমীয়া অভিজাত শ্ৰেণীটোৰ মাজত এনে এটা মনোবৃত্তি হৈছিল যে ইংৰাজৰ দৰে সাজ-পাৰ পিন্ধা, ভুল-শুদ্ধকৈ বঙলা ভাষা কোৱাটো আভিজাত্য আৰু গৌৰৱৰ কথা বুলি ভাবিছিল। হলিৰাম ঢেকিয়াল ফুকন, মণিৰাম দেৱান, দীননাথ বেজবৰুৱা আদি গণ্য-মান্য লোকসকলৰ বঙলা ভাষা সংস্কৃতিৰ প্ৰতি আকৰ্ষণ আৰু অসমীয়া ভাষা-সংস্কৃতিৰ প্ৰতি এটা হীনতাবোধ দেখা গৈছিল। আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা আদি শিক্ষিত অসমীয়া ডেকাৰ অন্তৰত দেশপ্ৰেম আছিল যদিও ইংৰাজী ধৰণ-কৰণৰ প্ৰতি তেখেতসকল বিশেষভাৱে আকৃষ্ট আছিল। 'অসমীয়া জাতীয়তাবাদৰ জন্মদাতা' আনন্দৰাম ঢেকিয়াল ফুকনৰ চিন্তাধাৰাত সামাজিক সচেতনতা যিমান প্ৰবল আছিল ৰাজনৈতিক চেতনাও তেনে প্ৰবল আছিল বুলিব নোৱাৰি। ইয়াৰ কাৰণ হৈছে, ইংৰাজসকলৰ ভাল গুণবোৰে তেওঁলোকৰ চকুত যি অঞ্জন সানি দিছিল, সেয়ে মোহান্ধ কৰি তেখেতক ইংৰাজসকলৰ কু-অভিপ্ৰায় বুজিব নোৱাৰা কৰি ৰাখিছিল। অৱশ্যে একক ভাৱে দেশৰ কাৰণে চিন্তা কৰোঁতা হিচাপে ঢেকিয়াল ফুকনৰ অনদানৰ গুৰুত্ব সৰ্বজন স্বীকৃত।

ঊনবিংশ শতিকাৰ প্ৰথমৰফালে অসমৰ প্ৰজা সাধাৰণৰ মাজত

ৰাজনৈতিক সচেতনতা দেখা নগ'লেও ইংৰাজে অসম দেশৰ অধিকাৰ কৰাৰ পিছতে ক্ষমতাচ্যুত হোৱা ৰজা, ৰাজপাট অভিলাষী কোঁৱৰ আৰু ৰাজ-বিষয়াসকলে ইংৰাজক আঁতৰাই দেশ স্বাধীন কৰাৰ উদ্দেশ্যে ছেগা-চোৰোকাকৈ চেষ্টা কৰাৰ কথা জানিব পৰা যায়। ১৮২৫ চন মানৰপৰাই মানে পতা ৰজা যোগেশ্বৰ সিংহৰ বিষয়া, আহোম ৰাজপাটত দাবি থকা গোমধৰ কোঁৱৰে কান্দুৰা ডেকাফুকন, ধৰ্মধ্বজ মন্ত্ৰী, ধনঞ্জয় ভগা বৰগোহাঁই, ৰূপচাঁদ, হৰনাথ আদি সম্ভ্ৰান্ত লোক আৰু চিংফৌ, খামটি আদি পৰ্বতীয়া জাতিৰ কিছু লোকক লগত লৈ বৃটিছৰ বিৰুদ্ধে বিদ্ৰোহৰ কাৰণে সাজু হৈছিল। এওঁলোকে শদিয়াত থকা বৃটিছৰ খাৰ ঘৰত জুই দিছিল, বৃটিছ সৈন্যৰ লগত এওঁলোকৰ যুদ্ধও হৈছিল। কিন্তু জয় লাভ কৰিবলৈ সমৰ্থ নহ'ল। আকৌ ১৮৩০ চনত এই দলটোৱে হৰনাথৰ লগত পিয়ালি বৰফুকন, চিংফৌ, মটকৰ বৰসেনাপতিৰ পুতেক আদিয়ে লগ লাগি ৰংপুৰৰ চিপাহীৰ ছাউনীত জুই দিবলৈ ষড়যন্ত্ৰ কৰিছিল; এইবাৰো তেওঁলোক অকৃতকাৰ্য হয়।

১৮৪৩ চনত তিপামৰ আহোম ৰাজকোঁৱৰ এজনক ৰজা পাতি চিংফৌ শান আৰু মানসকলে বৰ্মা ৰজাৰ সহায়ত অসমক স্বাধীন কৰাৰ বাবে যত্ন কৰিছিল, কিন্তু বৃটিছ সৈন্যৰ লগত হোৱা যুদ্ধত এওঁলোক পৰাস্ত হয়।

১৮৫৭ চনত চিপাহী বিদ্ৰোহৰ সময়ত কানপুৰ, বৰেলী, চেকেন্দ্ৰা-বাদ আদি ঠাইত বিদ্ৰোহীসকলে ইংৰাজৰ লগত যুদ্ধ কৰিছিল। এই চিপাহী বিদ্ৰোহৰ ঢৌ অসমতো লাগিছিল।

ইয়াত আগভাগ লৈছিল মণিৰাম দত্ত দেৱান বৰভাণ্ডাৰ বৰুৱাই। আহোম ৰাজকোঁৱৰৰ হাতত ৰাজ্যৰ শাসনভাৰ অৰ্পণ কৰিবলৈ দেৱানে বৃটিছ চৰকাৰৰ ওচৰত কেবাখনো আবেদন দিছিল। তেওঁ পৰামৰ্শ দিছিল যে আহোম কোঁৱৰ এজনক ৰজা পাতি লগত এজন ইংৰাজ 'চিভিলিয়ান' বিষয়া দি দেশীয় চিপাহীৰ যোগেদি দেশ শাসন

কৰিলে ৰজা-প্ৰজা সকলো সন্তুষ্ট হয়। কিন্তু তেওঁৰ পৰামৰ্শ চৰকাৰে গ্ৰহণ নকৰিলে। প্ৰজাৰ ওপৰত কৰ-কাটল লগোৱা বিষয়াসকলৰ প্ৰভাৱ নাইকিয়া কৰা বন্দী-প্ৰথা উঠাই দিয়া আদিৰ বিৰুদ্ধেও তেওঁ ইংৰাজ চৰকাৰৰ ওচৰত গোচৰ দিছিল কিন্তু তাৰো কোনো প্ৰতিকাৰ নহ'ল। চিপাহী বিদ্ৰোহৰ সময়ত দেৱানে আহোম ৰজাৰ কটকীৰূপে ৰবলাটক লগ ধৰিবলৈ কলিকতালৈ গৈছিল, তাতে বিদ্ৰোহৰ বাতৰিবোৰ পাই অসমতো বিদ্ৰোহ জগাই তুলিবলৈ বুলি মহেশচন্দ্ৰ গাভৰু মেলীয়া বৰুৱাৰ যোগে অসমৰ ডা-ডাঙৰীয়াসকললৈ বিদ্ৰোহমূলক চিঠি-পত্ৰ দিবলৈ ধৰিলে। ফলত অসমৰ কিছু ডা-ডাঙৰীয়া আৰু চাহ-বাগিছাৰ ঠিকাদাৰ আদিয়ে গোটখাই দুৰ্গাপূজাৰ দিনা চাহাববোৰক কাটি শেষ কৰিবলৈ ষড়যন্ত্ৰ কৰে। ফৰ্মুদ আলি, বাহাদুৰ গাওঁবুঢ়াকে আদি কৰি বিদ্ৰোহীসকলে যোৰহাটৰ পৰা আগবাঢ়ি গৈ শিৱসাগৰ চহৰ ইদৰ মণ্ডলাত জুই দি, ইংৰাজ বিষয়াসকলক বধ কৰি, তাত থকা চিপাহীবোৰক লৈ ডিব্ৰুগড়লৈ যোৱাৰ আঁচনি কৰিছিল, কিন্তু দেৱানৰ চিঠি ইংৰাজ চৰকাৰৰ হাতত পৰাত ষড়যন্ত্ৰৰ সকলো কথা ইংৰাজ চৰকাৰে গম পায়। ফলত মণিৰাম দেৱানৰ ফাঁচী হয় আৰু অন্যান্য বিদ্ৰোহীসকলৰ শাস্তি হয়। এই বিদ্ৰোহত দুতিৰাম বৰুৱা, চিৰস্তাদাৰ, মৰঙীখোৱা গোঁহাই, নীলকণ্ঠ চোলাধৰা ফুকন, লুকী শেনচোৱা বৰুৱা আদি ভালেমান সম্ভ্ৰান্ত লোক জড়িত আছিল।

১৮৫৮ চনত অসমৰ শাসনভাৰ কোম্পানীৰ হাতৰপৰা ইংলণ্ডৰ ৰাণীৰ হাতলৈ যায়। চৰকাৰে অসমীয়া প্ৰজাৰ ওপৰত নানা ৰকমৰ কৰ-কাটল লগাবলৈ ধৰে। বাৰীৰ ওপৰত খাজনা লগালে, গৰু-মহ আদিৰ ওপৰতো কৰ লগালে, আনকি দেৱোত্তৰ মাটিতো খাজনা লগালে। খাজনা দিব নোৱাৰিলে মাটি-সম্পত্তি ক্ৰোক কৰি প্ৰজাক হাৰাশাস্তি কৰিবলৈ ধৰিলে। অসমৰ দুখীয়া নগা, মিৰি, মিচিমি

আদি জনজাতীয় লোকসকলৰ লগত অসমৰ যি বেহা-বেপাৰ প্ৰাচীন কালৰেপৰা চলি আহিছিল সেইবোৰ চৰকাৰে বন্ধ কৰি দিলে। এইদৰে সাধাৰণ প্ৰজাৰ ওপৰত যেতিয়া অৰ্থ নৈতিক হেঁচা পৰিবলৈ ধৰিলে, তেতিয়া তেওঁলোকৰ মুখস্বপ্ন ভাঙিল। ১৮৫৮ চনৰ শেষৰ ফালে নগাওঁ জিলাৰ বৰ চাহাব আছিল লেঃ হাৰ্বাৰ্ট স্কন্স্। এওঁ বৰ অত্যাচাৰী আছিল। কৰ-কাটল আদায়ৰ নামত এওঁ প্ৰজাৰ ওপৰত কৰা অবৰ্ণনীয় অত্যাচাৰত প্ৰজাসকল অতিষ্ঠ হৈ পৰিছিল। ১৮৬১ চনত আফু খেতি বন্দ কৰা লৈ ফুলগুৰিৰ জনজাতীয় খেতিয়কসকল বিদ্ৰোহী হৈ উঠিল। এওঁলোকে লেঃ চিঙ্গাৰ আৰু আন কেবাজনো ইংৰাজ বিষয়াক কাটি কলঙৰ পানীত উটুৱাই দিয়ে। তেওঁলোকৰ লগৰ চিপাহীবিলাক পলাই যায়। সাময়িকভাৱে বিদ্ৰোহীসকলৰ জয় হয় যদিও পিছত মিলিটেৰীৰ সহায়ত এই বিদ্ৰোহ দমন কৰে। বিদ্ৰোহীসকলৰ বহুতকে ধৰাই প্ৰাণদণ্ড দিয়ে; কিছুমানক দ্বীপান্তৰ কৰে। ঊনবিংশ শতিকাৰ অসমৰ এইটোৱেই প্ৰথম প্ৰজা-বিদ্ৰোহ।

১৮৬৮ চনত খাজনা-বৃদ্ধিৰ প্ৰতিবাদ কৰিছিল দৰঙৰ পাথৰু-ঘাটৰ কৃষকসকলে। কিন্তু সেইবাৰ তেওঁলোক সিমান সংগঠিত নাছিল। ১৮৯৪ চনত ৰাইজ আকৌ সংগঠিত হয়, আৰু প্ৰতিবাদ জনোৱাৰ উদ্দেশ্যে তহচিলদাৰ অফিচৰ সমুখত গোটখাই খাজনা-বৃদ্ধি বন্ধ কৰিবলৈ দাবী জনায়। বৃটিছ বিষয়াই তেওঁলোকৰ দাবী মানি নোলোৱাত তেওঁলোক উত্তেজিত হৈ পৰে। তেতিয়া তেওঁ-লোকক দমন কৰিবলৈ গুলি চালনা কৰা হয়। সেই গুলি-চালনাত প্ৰায় ১৪০ জন লোক নিহত হয়।

১৮৯৩—৯৪ চনৰ ভিতৰত কামৰূপৰ বজিয়া অঞ্চলৰ কৃষকসকলেও খাজনা-বৃদ্ধিৰ প্ৰতিবাদত থানাৰ সমুখত বিক্ষোভ প্ৰদৰ্শন কৰে। ইয়াতো বিক্ষোভকাৰীসকলৰ ওপৰত গুলী চালনা কৰাৰ ফলত বহু লোক নিহত হয়।

১৮৯৪ চনত কামৰূপৰে লছিমাত কৃষকসকলে বিদ্ৰোহ কৰি

খাজনা দিয়া বন্ধ ৰাখিছিল। মৌজাদাৰ আৰু পাইক পিয়াদাই খাজনা আদায় কৰিবলৈ যাওঁতে তেওঁলোকে মাৰধৰ কৰিছিল। এই দোষতে বহুতো কৃষকক গ্ৰেপ্তাৰ কৰা হৈছিল, কিন্তু প্ৰায় তিনিহেজাৰ কৃষকে মহকুমাধিপতিক ঘেৰাও কৰি ৰখাত অৱশেষত তেওঁলোকক মুক্তি দিবলৈ বাধ্য হৈছিল।

১৮৮৯-৯৩ চনৰ ভিতৰত অসমীয়া কৃষকসকলে ঠায়ে ঠায়ে ৰায়ত সভা, ৰাইজমেল, সাৰ্ব্বজনিক সভা আদি পাতি ভূমিকৰ বিচাৰি আৰু খাজনা-বৃদ্ধিৰ প্ৰতিবাদ কৰি চৰকাৰৰ ওচৰত বহুতো আবেদন-নিবেদন কৰিছিল, কিন্তু তাৰ কোনো ফল ধৰা নাছিল। অৱশ্যে ইয়াৰ আওপকীয়া ফলস্বৰূপেই সৰ্ব-সাধাৰণ প্ৰজাৰ মাজত জাতীয় চেতনা ক্ৰমে সঞ্চাৰিত হবলৈ ধৰে।

ইংৰাজৰ বিৰুদ্ধে হোৱা বিদ্ৰোহ যে কেৱল ভৈয়ামৰ অসমীয়াৰ মাজতে আবদ্ধ আছিল এনে নহয়। ইংৰাজক খেদোৱাৰ উদ্দেশ্যে পৰ্বতীয়া জাতিবোৰৰ মাজতো বিদ্ৰোহে দেখা দিছিল। ১৮৩৩ চনত খাছিসকলে উতিৰত সিঙৰ নেতৃত্বত গাড়ুলা যুদ্ধ কৰি বহুতো বৃটিছ বিষয়া আৰু সৈন্য বধ কৰিছিল। ১৮৩৯ চনত খামটিসকলে শদিয়াৰ সৈন্য শিবিৰ আক্ৰমণ কৰি কেপ্তেইন আদম হোৱাইট আৰু আন কেবাজনো বিষয়াক বধ কৰিছিল। ১৮৬০-৬২ চনৰ ভিতৰত জয়ন্তীয়া-সকলেও বিদ্ৰোহ কৰিছিল। ১৮৯০ চনত সেনাপতি টিকেন্দ্ৰজিতৰ নেতৃত্বত মণিপুৰীসকলে বিদ্ৰোহ কৰি চীফ কমিচনাৰ মিঃ কুইন্টন, পলিটিকেল এজেন্ট মিঃ গ্ৰীমউড আদি কেবাজনে বৃটিছ বিষয়াক বধ কৰে। এইবোৰ বিদ্ৰোহ দমন কৰিবলৈ বৃটিছে সশস্ত্ৰ বাহিনীৰ সহায় লবলগীয়া হৈছিল।

এনেধৰণে অত তত ৰাজদ্ৰোহ, প্ৰজাবিদ্ৰোহ হৈছিল যদিও সামগ্ৰিকভাৱে সেই সময়ৰ অসমৰ মানুহৰ মাজত জাতীয় চেতনাৰ উন্মেষ হৈছিল বুলিব নোৱাৰি। মণিৰাম, পিয়লি আদিৰ বিদ্ৰোহ,

বড়যন্ত্ৰত সমাজৰ উচ্চ শ্ৰেণীৰ লোকসকলহে প্ৰধানকৈ জড়িত আছিল : সাধাৰণলোকে ইয়াৰ বিশেষ উমান পোৱা নাছিল। আনহাতে কৃষক বিদ্ৰোহ যি কেইটা হৈছিল, তাত আহোম দিনীয়া বিষয়া বা উচ্চ শ্ৰেণীৰ লোকসকল জড়িত নাছিল। বিদ্ৰোহী কৃষকসকলক নেতৃত্ব দিব পৰা উপযুক্ত লোকৰ অভাৱত বিদ্ৰোহীসকল সফলকাম হ'ব পৰা নাছিল। প্ৰকৃতাৰ্থত অসমত ইংৰাজী শিক্ষা প্ৰচাৰ হোৱাৰ পৰাহে মধ্যবিত্ত শ্ৰেণীটোৰ মাজত দেশপ্ৰেম, জাতীয়তাবোধ আদি ভাবে লুকা-ভুমুকা কৰিবলৈ ধৰিলে। আগৰ দিনৰ মানুহে দৈৱ-শক্তিৰ ওপৰত বেছি গুৰুত্ব দিছিল : সেইবাবে বহুসময়ত আত্মশক্তিৰ গুৰুত্ব উপলব্ধি কৰিব পৰা নছিল, ফলত নিষ্ক্ৰিয় হৈ থাকিছিল। আধুনিক শিক্ষাই মানুহৰ এই ভাবধাৰাৰ পৰিৱৰ্তন সাধিলে। মানুহে ঐহিক বিষয়ৰ ওপৰত গুৰুত্ব দিবলৈ ধৰিলে, নিজৰ শক্তি আৰু কৰ্মক্ষমতাক মৰ্যাদা দিবলৈ শিকিলে। দেশক উন্নত কৰা, জাতিক উন্নত কৰাৰ ভাব কেইজনলোকৰ মনত জাগিবলৈ ধৰিলে। এই দিশত 'অৰুণোদই' বাতৰি-কাকতৰ যোগেদি খ্ৰীষ্টান মিছনেৰীসকলে বিশেষ ভূমিকা লয়। খ্ৰীষ্টান ধৰ্ম-প্ৰচাৰৰ মুখ্য উদ্দেশ্যৰে প্ৰচাৰিত হ'লেও অৰুণোদয়ে অসমীয়া মানুহক জাতীয় স্বাৰ্থৰ প্ৰতি সজাগ কৰি তোলে। অৰুণোদইৰ সম্পাদক ডঃ নাথান ব্ৰাউনেই প্ৰথমতে অসমীয়া মানুহক বঙালী ভাষাৰ বিৰোধিতা কৰিবলৈ উদ্‌গনি দিছিল। অসমীয়া জাতীয়তাবাদৰ জন্মদাতা স্বৰূপ আনন্দৰাম ঢেকিয়াল ফুকনে 'অৰুণোদই'ৰ পাতত পোনতে অসমীয়া মানুহক নৱ-জাগৰণৰ বাবে আশ্বাস দিছিল।

ইয়াৰ পিছতে ১৮৭১ চনত আসাম 'বিলাসিনী' নামেৰে আউনী-আটীৰ সত্ৰাধিকাৰ দত্তদেৱ গোস্বামীদেৱৰ সম্পাদনাত অসমীয়া লোকৰ দ্বাৰা সম্পাদিত প্ৰথম বাতৰি কাকতখনৰ জন্ম হয়। এইখনো প্ৰধানতঃ বৈষ্ণৱ ধৰ্মমূলক আলোচনী আছিল যদিও দেশ-বিদেশৰ বাতৰি প্ৰচাৰ

কৰি অসমীয়া মানুহক জ্ঞানৰ পোহৰ দিয়াত 'আসাম বিলাসিনী'ৰ এক বিশেষ ভূমিকা আছে। কুৰি শতিকাৰ প্ৰথমৰফালে যোৰহাটৰ পৰা প্ৰচাৰিত 'আসাম বিলাসিনী'য়ে জুৰীয়া শাসনৰ হক ৰক্ষাৰ্থে বিশেষ ভূমিকা লৈছিল। ই'য়ে বহুপৰিমাণে অসমীয়া মানুহৰ মাজত অৰ্থনৈতিক সচেতনতা জগাই তোলে। এনেদৰেই পৰৱৰ্তী যুগৰ জাতীয় আন্দোলনৰ কাৰণে ই এটা অনুকূল পৰিবেশ সৃষ্টি কৰাত সহায়তা কৰিছিল।

১৮৯৭ চনত গুনাভিৰাম বৰুৱা-সম্পাদিত 'আসাম বন্ধু'য়ে বিদেশীৰ অন্ধ অনুকৰণৰ সমালোচনা কৰি বিদেশী আৰু বিদেশী বস্তুৰ বিৰুদ্ধে জনমত গঢ়ি তোলাৰ এটা ক্ষীণ প্ৰচেষ্টা কৰিছিল।

ইয়াৰ উপৰি ১৮৭৬-৭৮ চনৰ 'গোৱালপাৰা হিতসাধিনী', ১৮৮৬-৮৭ চনৰ 'মৌ', ১৮৮২-৮৩ চনৰ হেমচন্দ্ৰ বৰুৱাৰ 'আসাম নিউজ' আদি বাতৰি কাকতেও সামূহিক স্বাৰ্থৰ প্ৰতি সজাগ কৰি তোলাত কিছু পৰিমাণে অৰিহণা যোগাইছিল।

অসমত ইংৰাজী শিক্ষা প্ৰৱৰ্তন হোৱাৰ পিছৰপৰা অসমৰ বিভিন্ন ঠাইত স্কুল আদি প্ৰতিষ্ঠা হ'বলৈ ধৰে। ১৮৩৫ চনত চীফ কমিছনাৰ জেনকিন্সৰ দিনত 'গুৱাহাটী ছেমিনাৰী স্কুল' প্ৰতিষ্ঠা হয়। পিছলৈ কলেজীয়া শিক্ষাৰ শ্ৰেণী সংযুক্ত হৈ ইয়েই কলেজিয়েট স্কুল নাম পায়। ১৮৭০ চনত গঙ্গাগোবিন্দ ফুকনৰ যত্নত শিৱসাগৰত প্ৰথম ছোৱালী স্কুল প্ৰতিষ্ঠা হয়। এইদৰে শিৱসাগৰ, যোৰহাট, নগাঁও, গুৱাহাটী আদি প্ৰধান চহৰবোৰত ইংৰাজী স্কুল প্ৰতিষ্ঠা হোৱাৰ ফলত ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱাকে আদি কৰি জগন্নাথ বৰুৱা, মাণিকচন্দ্ৰ বৰুৱা, ৰাধানাথ ফুকন আদি শিক্ষিত লোকৰ সংখ্যা বাঢ়িবলৈ ধৰে। শিক্ষিত লোকৰ সংখ্যা বঢ়াৰ লগে লগে জাতীয় চেতনাও জাগিবলৈ ধৰে। আৰু তাৰ ফলস্বৰূপে অসমৰ বিভিন্ন ঠাইত সমূহীয়া উন্নতিৰ বাবে বিভিন্ন সভা-সমিতি আদি

প্ৰতিষ্ঠা হবলৈ ধৰে। ১৮৫৫ চনত শিৱসাগৰত 'আসাম দেশ হিতৈষিণী সভা' প্ৰতিষ্ঠা হয়। ইয়াৰ সভাপতি প্ৰিয়লাল ডেকা বৰুৱাই 'অৰুণোদই'ত 'Plea of an Assamese for His Own Vernacular —নামৰ প্ৰবন্ধত অসমীয়া ভাষাৰ হৈ ওকালতি কৰিছিল। আনন্দৰাম ঢেকিয়াল ফুকনৰ 'A few Remarks on Assamese Language' নামৰ প্ৰবন্ধটোৰ বাহিৰে অসমীয়া মানুহৰদ্বাৰা লিখিত এইটোৱেই এনেধৰণৰ একমাত্ৰ প্ৰবন্ধ। উক্ত হিতৈষিণী সভাৰ যোগেদি ৰাইজৰ অভাৱ-অভিযোগ সম্বন্ধে গৱৰ্ণৰ জেনেৰেলৰ ওচৰত স্মাৰক-পত্ৰও দিয়া হৈছিল।

১৮৫৬ চনত ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা আৰু অন্যান্য শিক্ষিত লোকৰ সহযোগত নগাওঁত 'জ্ঞান প্ৰদায়িনী সভা' প্ৰতিষ্ঠা হয়। অৱশ্যে সাহিত্য-সংস্কৃতিৰ আলোচনাৰ বাহিৰে ৰাজনৈতিক বিষয় এই সভাৰ আলোচনাৰ বিষয়ৰ ভিতৰত নপৰিছিল।

১৮৬৭ চনত কলিকতাত থকা অসমীয়া ছাত্ৰ-সকলে 'এ এছ. এল. ক্লাব' স্থাপন কৰে। আনন্দৰাম বৰুৱা, শিৱৰাম বৰা, মাধৱ বৰদলৈ, জালনূৰ আদি আদি অসমীয়া ছাত্ৰসকল ইয়াৰ লগত জড়িত আছিল। সাহিত্য-আলোচনাই এওঁলোকৰ মূল উদ্দেশ্য আছিল যদিও ১৮৭২ চনত এই ক্লাবৰ জৰিয়তে মাণিকচন্দ্ৰ বৰুৱা, জগন্নাথ বৰুৱা আদিয়ে অসমলৈ ৰেল আলিৰ সম্প্ৰসাৰণৰ বাবে গৱৰ্ণৰ জেনেৰেল নৰ্থব্ৰুক চাহাবক এখন স্মাৰক-পত্ৰ দিছিল। সমাজ সচেতনতাৰ ফল স্বৰূপেই ১৮৬৯ চনত 'গুৱাহাটী স্কুল ক্লাব' গঠিত হয়।

১৮৭৫ চনত যোৰহাটত জগন্নাথ বৰুৱাৰ নেতৃত্বত 'যোৰহাট সাৰ্বজনিক সভা' স্থাপিত হয়। ৰাইজৰ মাজত ৰাজনৈতিক সচেতনতা জগাই তোলাই এই সভাৰ উদ্দেশ্য আছিল। এই সভাই পথ-ঘাট নিৰ্মাণৰ বাবে চৰকাৰৰ ওচৰত আৱেদন জনাইছিল। তাৰ উপৰি ৰাইজক হাৰাশাস্তি কৰা আইনবোৰৰ প্ৰতিবাদ কৰিছিল।

ঊনবিংশ শতিকাৰ শেষৰকালে ১৮৮৮ চনত কলিকতাত 'অসমীয়া ভাষাৰ উন্নতি-সাধিনী সভা'ৰ জন্ম হয়। ভাষা-সাহিত্যৰ চৰ্চ্চাৰ মাজেৰে এই সভাই সুপ্ত অসমীয়া জাতিক জগাই তোলাত কেনে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল তাক ইয়াত দোহৰা নিষ্প্ৰয়োজন।

কুৰি শতিকাৰ তৃতীয় বছৰত মাণিকচন্দ্ৰ বৰুৱাৰদ্বাৰা প্ৰতিষ্ঠা হোৱা 'আসাম এছোচিয়েচন'খনেই অসমত প্ৰতিষ্ঠিত প্ৰথম ৰাজনৈতিক অনুষ্ঠান। মাণিকচন্দ্ৰ বৰুৱা ইয়াৰ সম্পাদক আছিল। গৌৰীপুৰৰ স্বদেশ প্ৰেমিক জমিদাৰ প্ৰভাতচন্দ্ৰ বৰুৱা ইয়াৰ সভাপতি আৰু জগন্নাথ বৰুৱা উপ-সভাপতি আছিল। ঘনশ্যাম বৰুৱা, কৈজুৰ আলি, ৰশম্বৰ মিত্ৰ, গঙ্গাগোবিন্দ ফুকন আদি অসমৰ সেই সময়ৰ গণ্য-মান্য লোকসকল ইয়াৰ সভ্য আছিল। যদিও ১৯০৩ চনতে 'আসাম এছোচিয়েচন' স্থাপিত হৈছিল তথাপি ইয়াৰ প্ৰথম অধিবেশন ১৯০৫ চনতহে ডিব্ৰুগড়ত বহিছিল। কটন কলেজক প্ৰথম শ্ৰেণীৰ কলেজ কৰা, অসমত 'লোক সেৱা আয়োগ' স্থাপন কৰা, অসমত ৰেলৰ আলি স্থাপন কৰা আদি এই সভাৰ দাবী আছিল। অসমত কংগ্ৰেছ কমিটি গঠন হোৱাৰ বীজ এই সভাতে নিহিত হৈ আছিল। ১৯২০-২১ চনত এই সভাৰ জৰিয়তেই গান্ধীজীৰ 'অসহযোগ আন্দোলন'ৰ ঢৌ সমগ্ৰ অসমৰ গাঁৱে-ভূঞে বিয়পি পৰিছিল। বিদেশী বৰ্জন, মাদকদ্ৰব্য বৰ্জন, খাদী আৰু স্বদেশী বস্ত্ৰ-ব্যৱহাৰ আদি এই সভাৰ যোগেদিয়েই প্ৰচাৰ হৈছিল। এই এছোচিয়েচনৰ সভ্য ঘনশ্যাম বৰুৱা, গঙ্গাগোবিন্দ ফুকন, তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ, চন্দ্ৰধৰ আদিয়ে 'Constitutional reform'ৰ কাৰণে অসমৰ উপযোগী ভাৰত সচিব (Secretary of State for India) মণ্টেগু চেম্‌ছফৰ্ড চাহাবক দিছিল। এইদৰেই অসমৰ মধ্যবিত্ত শ্ৰেণীৰ ৰাজনৈতিক অনুষ্ঠান 'অসম এছোচিয়েচনে' অসমীয়া মানুহৰ ৰাজনৈতিক চেতনা জগাই তুলি অসমৰ ৰাজনীতিক গঢ় দিয়াত আগভাগ লৈছিল।

১৯১৬ চনত স্থাপন হৈছিল 'অসম ছাত্ৰ সন্মিলন'; ইয়ো অসমৰ

ছাত্ৰসকলৰ ৰাজনৈতিক সচেতনতাৰ ফলস্বৰূপ। ছাত্ৰ সংগঠন প্ৰথমে আৰম্ভ হয় বিহাৰত। তাৰ পিছতে হয় অসমত। ইয়েই ভাৰতত যুৱ-আন্দোলনৰ পাতনি।

এইদৰেই শিক্ষিত মধ্যবিত্ত শ্ৰেণীটোৱেই অসমত জাতীয় চেতনা জগাই তোলে। ইয়াৰ ভেটিতে কৃষি শক্তিকাৰ অসমত সুসংবদ্ধ-ভাৱে জাতীয় চেতনাই জাতীয় আন্দোলনৰ ৰূপ লয়। নবীনচন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন, অম্বিকাগিৰী ৰায়চৌধুৰী, গোপীনাথ বৰদলৈ, ফকৰুদ্দিন আলি অ'হমদ আদি সুযোগ্য ৰাজনীতিজ্ঞৰ জন্ম হয় এনে এটা পটভূমিতে। এখেতসকলৰ সুযোগ্য নেতৃত্বতে ১৯২১ চনৰ অসহযোগ আন্দোলন, ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনে অসমত গণ-আন্দোলনৰ ৰূপ লয় আৰু ভাৰতৰ স্বাধীনতাৰ ইতিহাসত অসমৰ নামো সোণালী আখৰেৰে খোদিত কৰি থয়।

# ঊনবিংশ শতিকা আৰু অসমীয়া ভাষা

ৰমেশ পাঠক

অসমীয়া ভাষাৰ ইতিহাস খ্ৰীষ্টীয় এহেজাৰ বছৰৰ ওচৰা-ওচৰি যদিও ভাষাটোৰ গাঁথনি, বৰ্ণ-বিন্যাস আদি সম্পৰ্কে সচেতন চিন্তা বৃটিছসকল অসমলৈ অহাৰ পাছতহে প্ৰকৃত অৰ্থত আৰম্ভ হয়। ১৮১৩ চনত আত্মৰাম শৰ্মাই কৰা বাইবেলৰ অনুবাদ প্ৰকাশ হোৱাৰ পৰাই আধুনিক অসমীয়া ভাষাৰ ইতিহাস আৰম্ভ হলেও ১৮৩৬ চনত ধৰ্ম-প্ৰচাৰৰ বাবে অসমলৈ অহা মিছনাৰীসকলেই প্ৰথমতে ভাষাটোৰ গাঁথনি-সম্পৰ্কে বিজ্ঞানসম্মত অধ্যয়নৰ সূচনা কৰে।

ঊনবিংশ শতিকাটো অসমৰ জাতীয় জীৱনৰ বাবে গুৰুত্বপূৰ্ণ শতিকা। ছশ বছৰীয়া আহোম ৰাজত্বৰ অৱসান, কোম্পানীৰ শাসন, অসমৰ স্কুল-আদালতত বাংলা ভাষা-প্ৰচলন আৰু পুনৰ অসমীয়া ভাষাৰ প্ৰচলন, অসমত ছপাকল প্ৰতিষ্ঠা, বাৰ্তালোচনীৰ প্ৰকাশ, ব্যাকৰণ-অভিধান ৰচনা, কোম্পানীৰ শাসনৰ অন্ত আৰু বৃটিছৰ প্ৰত্যক্ষ শাসন, কলিকতাত অ. ভা. উ. সা প্ৰতিষ্ঠা, জোনাকীৰ প্ৰকাশ, পাশ্চাত্য শিক্ষাৰে শিক্ষিত এচাম জাতীয়তাবাদী নতুন নায়কৰ আৱিৰ্ভাৱ, মুদ্ৰাভিত্তিক অৰ্থনৈতিক জীৱনৰ আৰম্ভ, অনা-অসমীয়া লোকৰ অসমলৈ ব্যাপক গতিত আগমন, কলিকতাৰ উদাৰ নৈতিক চিন্তাধাৰাৰ প্ৰত্যক্ষ প্ৰভাৱ, পাশ্চাত্য চিন্তাধাৰাৰ প্ৰভাৱ আৰু পৰম্পৰাগত চিন্তাধাৰাত গতাহুগতিকতা, ভাগ-বাও, আনুষ্ঠানিক শিক্ষা, নতুন শাসন পদ্ধতি— এনে অনেক নোহোৱা নোপজা ঘটনাৰ মাজত অসমীয়া সমাজত এক নতুন আলোড়ন এই শতিকাতে কলপ্ৰসূ ৰূপত প্ৰতিভাত হৈছিল।

ভাষা নদীৰ প্ৰবাহৰ দৰে — ই গতিশীল। সামাজিক বিৱৰ্তনৰ লগত ভাষাৰো বিৱৰ্তন ঘটে। এই পৰিৱৰ্তনৰ কাৰণ দুটা—আভ্যন্তৰীণ আৰু বাহ্যিক। আভ্যন্তৰীণ পৰিৱৰ্তন হ'ল ভাষাৰ স্বাভাৱিক পৰিৱৰ্তন। এনে পৰিৱৰ্তনৰ গতি অত্যন্ত মন্থৰ। বাহ্যিক পৰিৱৰ্তন হ'ল অন্য ভাষাৰ প্ৰভাৱত হোৱা পৰিৱৰ্তন। এনে প্ৰভাৱ কেবা ধৰণে পৰিব পাৰে: জনবসতিৰ গাঁথনিৰ সলনি আৰু সাহিত্যৰ প্ৰভাৱ। অসমৰ ক্ষেত্ৰত শাসন ব্যৱস্থাৰ সলনি আৰু নব্য-চিন্তাৰ লগতে নতুন সভ্যতাৰ আৰম্ভনিয়েহে উনবিংশ শতিকাৰ ভাষাৰ বিৱৰ্তনত মুখ্য ভূমিকা লৈছিল। তাৰ লগতে ইংৰাজী সাহিত্যৰ প্ৰভাৱো প্ৰত্যক্ষভাৱে পৰিছিল।

আধুনিক অসমৰ বাবে ১৮২৬ চনৰপৰা ১৮৪৬ চনলৈ এই কুৰিটা বছৰ অতি গুৰুত্বপূৰ্ণ। টোলৰ শিক্ষাৰ লগতে আনুষ্ঠানিক স্কুলীয়া শিক্ষাৰ পাতনি এই কালছোৱাতে আৰম্ভ হয়। প্ৰথম ভোখৰত এনে শিক্ষাৰ প্ৰতি সঁহাৰি হতাশজনক আছিল যদিও ১৮৫২ চনত অসমীয়া স্কুলৰ সংখ্যা ৭৪ লৈ বাঢ়িল আৰু ছাত্ৰৰ সংখ্যা ২৮০০ হ'লগৈ। ১৯০২ চনত ছাত্ৰৰ সংখ্যা বৰ্ধিত হৈ ১,০৩,৫৪১ হৈছিল।

১৮৩৬ চনত অসমৰ স্কুল-আদালতৰপৰা অসমীয়া ভাষাক আঁতৰাই বাংলা ভাষা-প্ৰৱৰ্তন কৰা হয়। এই কাৰ্যৰ প্ৰথম প্ৰতিবাদ কৰিছিল বেপ্টিষ্ট মিছনাৰীসকলে। ১৮৩৮ চনতে নাথান ব্ৰাউনে সতৰ্কবাণী শুনাই কৈছিল যে এই পৰিকল্পনাৰ ফলত "কেই বছৰমানৰ ভিতৰত অসমীয়া ভাষা লোপ পাব আৰু তাৰ ঠাই বাংলা ভাষাই ল'ব।" মাইলছ ব্ৰন্সনে অধিক স্পষ্টভাৱে কৈছিল: "মাতৃভাষাক আঁতৰাই বিদেশী বাংলা ভাষা প্ৰচলন কৰাটো আমি সন্তৰপৰ বুলি নাভাবোঁ।" ব্ৰন্সনে আনকি জনমত সংগঠন কৰি স্মাৰকপত্ৰও দিছিল। স্কুল-পৰিদৰ্শক উইলিয়াম ৰবিন্সনে অসমীয়া ভাষাক বাংলা ভাষাৰে অপভ্ৰংশ বুলি ভাবিছিল আৰু বাংলা ভাষাৰ সপক্ষেই ওকালতি কৰিছিল। অসমৰ কমিছনাৰ হেন্‌ৰী হপ্‌কিন্সো

বাংলা ভাষাৰ সমৰ্থক আছিল। অৱশ্যে বেপ্টিষ্ট মিছনাৰীসকলৰ দৰে দুই এজন ইংৰাজ বিষয়াই জানিছিল যে অসমীয়াৰ ওপৰত বাংলা ভাষা জাপি দি ভুল কৰা হৈছে। সাধাৰণতে, প্ৰশাসনৰ যিসকল বিষয়াৰ জনসাধাৰণৰ লগত সম্পৰ্ক প্ৰত্যক্ষ আছিল সেই সকল বিষয়াই অসমীয়াৰ হৈহে ওকালতি কৰিছিল। কামৰূপৰ উপাযুক্ত লেখ চাহাবে মন্তব্য কৰিছিল: "আদালতৰ ভাষা বুলি যাক কোৱা হয়, সেয়া বাংলা হোৱা বাবে মানুহে নিজৰ বাবে আৰু দ'বা-কোৱালীৰ বাবে বাংলাই বেছি প্ৰয়োজনীয় বুলি তাকেহে শিকিবলৈ চেষ্টা কৰে।......তথাপি হাট-বজাৰ আদি সকলোতে অসমীয়াতহে কথা-বতৰা পাতে, কাৰণ অন্য ভাষা তেওঁলোকে কবও নোৱাৰে, বুজিও নাপায়।" এ. জে. মফৎ মিল্‌হে ১৮৫৪ চনৰ প্ৰতিবেদনত স্পষ্ট ভাষাতে প্ৰশাসনীয় ভুলৰ কথা স্বীকাৰ কৰিছে: "বাংলা ভাষাতে সকলো কাম চলাবলৈ আৰু অসমীয়া লোকে ইয়াক বুজিবই লাগিব বুলি নিৰ্দেশ দি আমি ডাঙৰ ভুল কৰিলোঁ।" এনে বাদানুবাদ আৰু যুক্তি-তৰ্কৰ পাছত ১৮৭২ চনত অসমীয়া ভাষাক পুনৰ প্ৰচলন কৰিবলৈ চৰকাৰে সিদ্ধান্ত লয়।

১৮৩৬ চনতে ধৰ্ম-প্ৰচাৰ কৰিবলৈ লোৱা বেপিষ্ট মিছনাৰীসকলে অসমীয়া ভাষাক এটা নতুন গঢ় দিলে। ব্যাকৰণ ৰচনা কৰি ভাষাটোৰ এওঁলোকে যিদৰে বিশ্লেষণ আৰম্ভ কৰে, তেনেদৰে অভিধান উলিয়াই অসমীয়া ভাষা অধ্যয়নত সহায় কৰে। এওঁলোকে অসমীয়া ভাষা-সাহিত্যক এটা নতুন সুৰ শুনায়।

'অৰুনোদই'ৰ ভাষাত শিশুৰ থুনুক-থানাক মাতৰ সৰলতা আৰু সম্মোহনী সৌন্দৰ্য আছে, বয়সীয়ালৰ গাম্ভীৰ্য নাই। সাত সাগৰ তেৰ নদীৰ সিপাৰৰপৰা অহা পাদ্ৰীসকলে মাথো কেইবছৰ মানতে (দুইৰপৰা দহ) অসমীয়া ভাষা শিকি, লিখিব লগা হোৱাত ভাষাৰ কালিকা জতুৱা-ঠাঁচ, খণ্ডবাক্য আদিৰ সাৰ্থক প্ৰয়োগ কৰিব নোৱাৰাটো স্বাভাৱিক। মিছনাৰী লেখকসকলে শিৱসাগৰ অঞ্চলৰ

কথিত ৰূপৰ আৰ্হিতেই গদ্য লিখিছিল যদিও তেওঁলোকৰ অজ্ঞাতেই অসমীয়া বাক্য-গাঁথনিত ইংৰাজীৰ প্ৰভাৱ সোমাল।

মিছনাৰীসকলে অসমীয়া বৰ্ণ-বিন্যাসৰ ক্ষেত্ৰত এটা শৃংখলা আনিবলৈ চেষ্টা কৰিছিল। 'অৰুনোদই'ৰ প্ৰকাশিত বৰ্ণ-বিন্যাস পদ্ধতি ভালেই আছিল নে বেয়াই আছিল সেই প্ৰশ্ন এতিয়া অবাস্তৱ যেন লাগিব পাৰে; কিন্তু প্ৰাচীন অসমীয়াৰেপৰা চলি অহা বৰ্ণ-বিন্যাসৰ প্ৰবাহটোক ই এটা স্থিৰ ৰূপ দিবলৈ চেষ্টা কৰিছিল। মূলানুগ হোৱাতকৈ ই উচ্চাৰণভিত্তিক হ'ব লাগে— এই নীতি তেওঁ-লোকে অনুসৰণ কৰিছিল। দন্ত্য-মূৰ্ধণ্যৰ সলনি দন্ত্য আখৰ, শ, ষ, স-ৰ পৰিবৰ্তে 'স'; য, জ, ঝ ৰ সলনি 'জ'— এনে বহু পৰি-বৰ্তন তেওঁলোকে কৰিব বিচাৰিছিল। শ্ৰুতিধ্বনিৰ আগম নেদেখুৱাকৈয়ে বৰ্ণ-বিন্যাস কৰা হৈছিল।

হেমচন্দ্ৰ গোস্বামীৰ মতে: "পাদ্ৰী চাহাবসকলে অসমীয়া ভাষাৰ শব্দাৱলীত বহুত পোহৰ দিলে। তেওঁলোকে ইংৰাজী শব্দৰ ভাৱ লৈ অসমীয়া ভাষাৰ বহুত মিঠা মিঠা সুৱলা শব্দ, যিবোৰ ব্যৱহাৰ নকৰাত মামৰবন্ধ হৈছিল— সেইবোৰ আকৌ ব্যৱহাৰৰ উপযোগী কৰিলে।" পৰাপক্ষত এওঁলোকে ইংৰাজী শব্দ ব্যৱহাৰ নকৰি তাৰে ভাৱ লৈ অসমীয়াতে শব্দ একোটা সাজি উলিয়াইছিল। এনে শব্দ কিছুমান হ'ল— লতা-পনিয়ল, শিলপানি, বেজঘৰ, ভাপনাও ইত্যাদি।

বৃটিছসকলৰ শাসন-পদ্ধতি আহোমসকলতকৈ সম্পূৰ্ণ সুকীয়া আছিল। নতুন শাসন-পদ্ধতিৰ লগত সম্পৰ্কিত অলেখ নতুন শব্দৰ প্ৰয়োজন হৈছিল আৰু সেইবোৰ বুজাবলৈ অসমীয়া ভাষাত শব্দ নাছিল। গতিকে, তেওঁলোকে ইতিমধ্যে বংগ আৰু বিহাৰত প্ৰয়োগ কৰি কৃতকাৰ্য হোৱা আৰবী-পাৰ্চী শব্দবোৰকে অসমতো চলাবলৈ ললে। মোগল সম্ৰাট ছাহ আলমে বংগ, বিহাৰ আৰু উৰিষ্যাৰ "দিৱানী" বৃটিছ ইষ্ট ইণ্ডিয়া কোম্পানীক দিয়া সময়ত চৰ্ত্ত বান্ধি দিছিল যাতে আদালতৰ ভাষা হিচাপে পাৰ্চীৰ মৰ্য্যাদা অক্ষুণ্ণ থাকে।

অসমৰ ক্ষেত্ৰত এনে বাধ্য-বাধকতা একো নাছিল যদিও সম্পূৰ্ণ প্ৰয়োজনৰ তাগিদাতে বৃটিছসকলে এনে শব্দবোৰ অসমত আমদানি কৰিবলৈ বাধ্য হৈছিল।

সময়ৰ দিশৰপৰা 'অৰুনোদই' যুগৰ হলেও আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱা নিজস্ব বৈশিষ্ট্যৰে সমুজ্জ্বল অন্য আকাশৰ তৰা। ইংৰাজী ভাষা-সাহিত্যৰ সম্যক পৰিচয় আৰু কলিকতাৰ নৱোন্মেষৰ নব্য-চিন্তাৰ ঢৌৱে এওঁলোকক নতুন দিগন্তৰ সন্ধান দিছিল। হেমচন্দ্ৰ বৰুৱাৰ ক্ষেত্ৰত এই প্ৰভাৱ (কলিকতীয়া) পৰোক্ষহে আছিল। হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱাই কথা-শৈলীৰ ক্ষেত্ৰত একোটা নিজস্ব স্কুল গঢ়িবলৈ সক্ষম হৈছিল। পদ্মনাথ গোহাঞিবৰুৱাই লিখিছে: "আমি সেই কালৰ অনুৱৰ্তী লেখকসকলে নিজ নিজ ৰুচি অনুসৰি সেই সাময়িক দুটা স্কুলত নাম লগাই লৈছিলোঁহক— যিসকলে এতিয়া নাই লোৱা বুলি কব খোজে, সিবিলাকেও তেতিয়া কাৰ্যতঃ নাম লগাই চলিছিল।"

কিন্তু পৰৱৰ্তী যুগত হেমচন্দ্ৰ বৰুৱাৰ প্ৰভাৱহে স্থায়ীৰূপত প্ৰতিভাত হ'ল। ব্যাকৰণ আৰু অভিধান ৰচনাৰে বাক্য-গঠন আৰু বৰ্ণ-বিন্যাসৰ ক্ষেত্ৰত এওঁ দিশ-নিৰ্ণয় কৰিবলৈ সক্ষম হৈছিল। বাক্য-গঠনত কথাভঙ্গিমাতকৈ এক পৰিমাৰ্জিত ভঙ্গিমাহে আদৰ্শ— এই যুক্তি তেওঁ প্ৰতিপাদন কৰে। কবলৈ গলে হেমচন্দ্ৰ বৰুৱাৰ একক প্ৰচেষ্টাৰ ফলতেই অসমীয়া বৰ্ণ-বিন্যাস আৰু বাক্যৰ গঢ় সংস্কৃত ভাষাৰ ওচৰ চপা বিধৰ হ'ল।

অসমৰ স্কুলসমূহত পুনৰ অসমীয়া ভাষা চলোৱাৰ সময়ত পাঠ্য পুথিৰ অভাৱে দেখা দিয়ে। অসমীয়া লেখকসকলৰ ওচৰত প্ৰত্যাহ্বান-স্বৰূপে দেখা দিয়া এই সমস্যা বহু পৰিমাণে আঁতৰায় পদ্মনাথ গোহাঞি-বৰুৱা আদিয়ে।

১৮৮৯ চনত কলিকতাৰপৰা 'জোনাকী' কাকত ওলোৱাৰ লগে লগেই অসমীয়া ভাষাত অন্য এটি জোৱাৰ আহিল। জোনাকী যুগৰ

অসমীয়া ভাষা দুটা প্ৰবাহেদি প্ৰবাহিত হোৱা দেখা যায়— প্ৰথমটো 'ভাৰ্ণাকুলাৰ স্কুল'ৰ শিক্ষাৰে শিক্ষিতসকলৰ ভাষা আৰু দ্বিতীয়টো হ'ল ইংৰাজী শিক্ষাৰে শিক্ষিতসকলৰ ভাষা। প্ৰথমটো প্ৰবাহৰ প্ৰতিনিধি পদ্মনাথ গোহাঞিবৰুৱা আৰু দ্বিতীয়টোৰ প্ৰতিনিধি হ'ল লক্ষ্মীনাথ বেজবৰুৱা। গোহাঞিবৰুৱা বহু পৰিমাণে শুচি বায়ুৱা, ৰক্ষণশীল; আনহাতে বেজবৰুৱা উদাৰ, মুক্ত। সেইবুলি বিদেশী বুলিলেই বৰ্জনীয় বুলি গোহাঞিবৰুৱাই ভাবিছিল বুলিলে ভুল কৰা হ'ব। তেখেতে লিখিছে: "সাৱধানে, নিজৰ জাতীয় সাঁচত মাৰি ল'ব জানিলে বিদেশী বা বিভাষী শব্দই কোনো জীয়া ভাষাৰ ওপৰত বল কৰিব নোৱাৰে।" আনহাতে বেজবৰুৱাই ভাৱে: "কোনোটো ভাৱ, কোনোটো চিন্তা আমাৰ শব্দেৰে প্ৰকাশ কৰিব নোৱাৰিলে, সহজে বুজা বিদেশী শব্দ ধাৰকৈ আনি সেই কাৰ্যৰ নিমিত্তে তাৰ সহায় ললে, ভাষাৰ মঙ্গলৰ বাহিৰে অমঙ্গল নহয় আৰু আমাৰ জাতো নাযায়।" গোহাঞিবৰুৱাৰ দৰে বেজবৰুৱায়ো অৱশ্যে সাৱধানতাৰ কথা কৈছে— "সকলোতে এটা বিবেচনাৰ সৈতে, সংযম আৰু বিচাৰৰ সৈতে বিধি নিষেধৰ নিয়ম থকা ভাল। ... সাহিত্যত উচ্ছৃংখলতা যেনেকৈ দোষৰ কথা... মোক মুচুৰি, মোক মুচুৰি বাৰো তেনেকৈ দোষৰ কথা।"

বেজবৰুৱা বা গোহাঞিবৰুৱাৰ এনে অন্তৰ্দ্বন্দ্বৰ পটভূমি বিচাৰি আমি প্ৰবন্ধৰ আৰম্ভণিতে কৰা মন্তব্যলৈ উভতি যাব লাগিব। নতুন শাসন-ব্যৱস্থা, নতুন বস্তুৰ আমদানি, নব্য চিন্তা আৰু নতুন সাহিত্য শৈলীৰ বাবে এই কালছোৱাত অলেখ শব্দৰ প্ৰয়োজন হৈছিল। এনে পৰিস্থিতিৰ ব্যাখ্যা গুণাভিৰাম বৰুৱাই এঠাইত এনেদৰে লিখিছে: "খোৱা, পিন্ধা, ফুৰা, লিখা-পঢ়া, ধেমালি, সভাৰ ৰক্ষা, বিলাস, আমোদ সকলো বিষয়তে বিদেশী বা বঙালী ৰীতি-নীতি আৰু কাৰ্যক্ৰমে আমাৰ ভিতৰ সোমাল।......আদকৰীয়া, টেঙা শাক-মাছৰ আজা, খড়িকাত দিয়া মাছৰ লগলৈ ডালনা, চাটনী ঘণ্ট, কালিয়া,

কাবাব পোলাও সোমাল। তিলপীঠা, খোলা-চাপৰি পীঠা, সান্দহ, দোৱাভজা চিড়া, কড়াইগুড়ি, পীঠাগুড়ি, কোমল-চাউল, গুড়ৰ লগতে কটা, পুড়ী, জিলাপী, সন্দেশ, মতিচুড়, চানা-বড়া আছিল। কপাহী, মুগা-পাটৰ চুৰীয়া, বুকু-চোলা, আঙ্গা, বচোৱাল টঙ্গালি, খনীয়াৰ লগতে মলমল, তাৰৰ ধুতি, কুৰ্তা কামিজ বনিয়ন, চাপকন চোলা, টুপী, শাল, কমাল, জোতা, মোজা, পায়জামা সোমাল। বিবাহৰ ওজা-ভাওনাৰ লগতে যাত্ৰা বাইগান আছিল।"

এফালে ১৮৩৬ চনৰপৰা ১৮৭২ চনলৈ অসমত বাংলা ভাষা চলাৰ বাবে জোনাকী যুগৰ লেখকসকলে সচেতনভাৱে বাংলা ভাষাৰ সামান্য প্ৰভাৱো অসমীয়াত সোমাব দিব নোখোজে, আনহাতে প্ৰয়োজনৰ তাগিদাতে বাংলা ভাষাৰ মাজেদি অনা-অসমীয়া শব্দ আমাৰ ভাষাত সোমাব ধৰিছে — এই দুই সংঘাতৰ নিখুঁত ছবি জোনাকী যুগৰ লেখকসকলৰ চিন্তাত লক্ষ্য কৰা যায়। এই যুগৰ লেখকসকলে কাৰোবাৰ লেখাত বাংলা ভাষাৰ প্ৰভাৱ পৰা দেখিলেই তাৰ তীব্ৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰিছিল। পদ্মনাথ গোহাঞিবৰুৱাৰ 'টেটোন তামুলি'ৰ সমালোচনা কৰোঁতে বেজবৰুৱাৰ দৰে ব্যক্তিয়েও মন্তব্য কৰিছে — "মোৰ চালত চলিবিচোন — চালত চলা কথাবাৰ অসমীয়া নহয়। পটক্ষেপন, যৱনিকা পতন এনেবোৰ কথা অসমীয়াত কিয় ব্যৱহাৰ কৰা হয় কব নোৱাৰোঁ।"

নিভাঁজ অসমীয়া লেখাৰ প্ৰতি এই দুৰ্বলতা সেই সময়ৰ সামাজিক পটভূমিৰে ব্যাখ্যা কৰিব পাৰি। প্ৰকৃততে কবলৈ গলে অসমত বাংলা ভাষাৰ প্ৰচলন এহাতে যেনেকৈ ক্ষতিকৰ আছিল, আনহাতে ইয়াৰ প্ৰতিক্ৰিয়া হিচাপেই অসমত এক সামাজিক চেতনায়ো গা কৰি উঠিছিল। উনবিংশ শতিকাত অৰ্থনৈতিক জাগৰণতকৈ (ঢেকিয়াল-ফুকনে সক্ৰিয়াই থকা সত্বেও) ভাষা বিষয়ক জাগৰণহে অসমত ঘটিছিল। এই জাগৰণৰ ফলত অসমৰ ভাষা-সাহিত্য বহুখিনি আগবাঢ়িল। ●

● প্ৰবন্ধটো যুগুত কৰোঁতে ড° হেমন্তকান্ত বৰগোহাঞিৰ "অসমৰ নৱ-জাগৰণ ; অনা অসমীয়াৰ ভূমিকা" প্ৰবন্ধৰ পৰা প্ৰত্যক্ষ সহায় লোৱা হৈছে।

# অম্বিকাগিৰী ৰায়চৌধুৰী ঃ জীৱন-পঞ্জী

মঃ আবুবক্কৰ ছিদ্দিক

অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী আছিল এজনা বহুমুখী ব্যক্তিত্ব আৰু প্ৰতিভাৰ গৰাকী। তেওঁ আছিল একেধাৰে কবি, গীতিকাৰ, নাট্যকাৰ, প্ৰাবন্ধিক, গায়ক, অভিনেতা, ভ্ৰাম্যমান যাত্ৰা পাৰ্টিৰ পৰিচালক, স্বেচ্ছাসেৱক বাহিনীৰ যাদুকৰী সংগঠক আৰু এজন বিচক্ষণ ৰাজনীতিজ্ঞ। ৰায়চৌধুৰীৰ সাহিত্যিক আৰু সাংগাঠনিক— এই দুয়োটা দিশতে স্বদেশপ্ৰেম আৰু নিৰ্ভীক জাতীয়তাবাদ প্ৰকট হৈ উঠাৰ কাৰণে কিছুমানে তেওঁক 'সংকীৰ্ণমনা', 'প্ৰাদেশিকতাবাদী', 'বঙালী খেদা আসাম টাইগাৰ' আদি নামেৰে অভিহিত কৰিলেও তেওঁ প্ৰকৃততে সবল অসমীয়া হৈ সবল ভাৰতীয়'[১] আৰু তাৰ পাছতহে বিশ্ব মানৱপ্ৰেমী হোৱাৰ পক্ষপাতিত্ব কৰিছিল। সমাজৰ সুবিধাবাদী আৰু সংকীৰ্ণমনা কোনো কোনো ব্যক্তিয়ে তেওঁক যি আখ্যাৰেই বিভূষিত নকৰক কিয়, তেওঁৰ স্বকীয় কৰ্মৰাজিৰ বাবেই আজি ইমান দিনৰ পাছতো ডেকাগিৰী ৰায়চৌধুৰী অসমত অমৰ হৈ আছে আৰু ভৱিষ্যতলৈয়ো হয়তো চিৰ-নমস্য হৈয়ে থাকিব।

ৰায়চৌধুৰীৰ জন্ম হৈছিল এটা পৱিত্ৰ বংশত। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ বংশধৰ জগতানন্দ বা ৰামৰায় আছিল তেওঁৰ পূৰ্ব-পুৰুষ। শিশু অৱস্থাতে মাট-মাউৰা হোৱা বৰপেটাৰ বিখ্যাত ৰায়গিৰী পৰিয়ালৰ দৰ্জী কৃষ্ণৰাম ৰায়চৌধুৰীৰ চাৰিটি সন্তানৰ দ্বিতীয় পুত্ৰই হ'ল অম্বিকাগিৰী

---

১. নৰেন্দ্ৰনাথ শৰ্মা, 'অম্বিকাগিৰীৰ ৰাজনীতি', অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী ( ড° ৰামচৰণ ঠাকুৰীয়া আৰু চিত্ৰ মহন্ত-সম্পাদিত ), ১৯৮৬, পৃ. ২২

ৰায়চৌধুৰী। আনহাতে মহাপুৰুষ মাধৱদেৱৰ ভাগিনিয়েক তথা শ্ৰীমন্ত শঙ্কৰদেৱৰ চৰিত প্ৰণেতা কবি ৰামচৰণ ঠাকুৰৰ বংশৰ সুন্দৰীদিয়া সত্ৰৰ দেৱকী দেৱীয়েই হ'ল ৰায়চৌধুৰীৰ মাতৃ।

অসমৰ পূতস্থান বৰপেটাত ১৮৮৫ চনৰ ১৮ ডিচেম্বৰ (১৮০৭ শকৰ, ৪ পুহ) শুক্ৰবাৰৰ পুঁৱতি নিশা অম্বিকাগিৰী ৰায়চৌধুৰ জন্ম হয়। ককাদেউতাক কীৰ্তিৰামৰ ঘৰেই অম্বিকাগিৰীৰ মাত্ৰ সাত বছৰ বয়সতে ১৮৯২ চনত পিতৃদেৱতা কৃষ্ণৰাম ৰায়চৌধুৰীৰ অকাল মৃত্যু হয়; আৰু নিৰুপায় হৈ দেৱকী দেৱীয়ে কণ কণ ল'ৰা-ছোৱালী কেইটাৰ ভৱিষ্যত চিন্তা কৰি পিতৃগৃহৰ আশ্ৰয় বিচাৰে আৰু তেতিয়া মোমায়েক-সকলে তেওঁলোকৰ দায়িত্ব লয়। জ্যেষ্ঠভ্ৰাতৃ গিৰীশচন্দ্ৰ ৰায়চৌধুৰীৰ লগত থাকি অম্বিকাগিৰী ৰায়চৌধুৰীয়ে সুন্দৰীদিয়া সত্ৰৰ সুদক্ষ বৰগীত গায়ক মোমায়েক দামোদৰদেৱ অধিকাৰীৰ তত্বাৱধানত বৰপেটাতেই শিক্ষা-জীৱন আৰম্ভ কৰে আৰু অতি সুখ্যাতিৰে প্ৰাথমিক পৰীক্ষাত উত্তীৰ্ণ হৈ বৃত্তি পায়। ইয়াৰ পাছত ১৮৯৯ চনত মাতৃৰ আশীৰ্বাদ লৈ বৰপেটাৰপৰা তেৰ মাইল দূৰৰ খোলাবান্ধাৰপৰা জাহাজেৰে তেওঁ গুৱাহাটীলৈ আহে। গুৱাহাটীলৈ অহা পথত পলাশবাৰী জাহাজ-ঘাটত এজনী আদ-বয়সীয়া ফল-মূলৰ পোহাৰীক ধুতিপিন্ধা বঙালী বাবু এজনে অন্যায়ভাৱে মাৰ-পিট কৰা দেখি ধৈৰ্য্য হেৰুৱা ৰায়চৌধুৰীয়ে এই অন্যায় সহিব নোৱাৰি সেই বাবুজনক ঘুচিয়াই জাহাজৰ চিৰিৰপৰা পানীত বগৰাই দিয়ে। ৰায়চৌধুৰীৰ এনে সাহসিকতাত সকলোৱে আচৰিত হয়। পাছত ইংৰাজ কেপ্তেইন চেৰাং আৰু অন্যান্য জাহাজৰ যাত্ৰীৰ মধ্যস্থতাত উচিত বিচাৰ কৰি বঙালী বাবুজনক দোষী সাব্যস্ত কৰি আৰু অভিমনা ভবোৰাৰ লগতে তিৰোতা গৰাকীৰ ওচৰত ক্ষমা খোজাইহে ৰায়চৌধুৰী শান্ত হয়। এই আকস্মিক ঘটনাৰ যোগেদিয়েই একেখন জাহাজতে যাত্ৰী অগ্নি-কবি কমলাকান্ত ভট্টাচাৰ্য আৰু হৰিবিলাস আগৰৱালাৰ লগত তেওঁৰ প্ৰথম চিনাকি হয়।

গুৱাহাটীলৈ আহি তেওঁ পেহায়েকৰ ল'ৰা, পেস্কৰ হৃষমোহন চৌধুৰীৰ লগত থাকি গুৱাহাটীৰ সোনাৰাম উচ্চ ইংৰাজী বিদ্যালয়ত (তেতিয়াৰ পানবজাৰত অৱস্থিত) নাম ভৰ্তি কৰাই পঢ়িবলৈ লয়। মাজতে তেওঁ দুই বছৰমান গৌৰীপুৰ আৰু শিৱসাগৰত শিক্ষাগ্ৰহণ কৰে আৰু পিছত পুনৰ গুৱাহাটীৰ সোণাৰাম উচ্চ ইংৰাজী বিদ্যালয়তে পঢ়িবলৈ লয়। এই বিদ্যালয়ত পঢ়ি থাকোঁতেই পানবজাৰৰ ৰায়চাহাব ৺চিদানন্দ চৌধুৰীৰ ঘৰৰ 'বিভাবানন্দ ব্যায়ামশালা'ত ৺বিভাবানন্দ চৌধুৰীৰ তলত তেওঁ ব্যায়াম শিকে। পঢ়া-শুনাৰ লগে লগে শৰীৰৰ পুষ্টি সাধন কৰিবলৈ তেওঁ যেনেদৰে শৰীৰ চৰ্চা কৰে, তেনেদৰে মানসিক উৎকৰ্ষ সাধন কৰাৰ উদ্দেশ্যেৰে সংগীত সাধনাতো মনোযোগ দিয়ে।

১৯০৩ চনত 'আসাৰ এছোচিয়েছন' প্ৰতিষ্ঠিত হোৱা সময়তে সোতৰ বছৰীয়া ৰায়চৌধুৰীয়ে পানবজাৰত অৱস্থিত ছোৱালী এম. ই. স্কুলত পঢ়ি থকা এঘাৰ বছৰীয়া বঙালী কুলীন ব্ৰাহ্মণৰ কন্যা ইন্দুমতীৰ প্ৰেমত পৰে। প্ৰথমাৱস্থাত পৰস্পৰৰ মাজত সাধাৰণ দেখা দেখিতেই ই সীমাবদ্ধ আছিল যদিও পাছলৈ তেওঁ সহপাঠী বন্ধু এজনৰ যোগেদি (ইন্দুমতীৰ সৰু খুড়াক) ইন্দুমতীৰ ঘৰলৈ নিতৌ আৱেলি গৈ দেউতাকৰ সংগীত মজলিছত বহী সংগীত-চৰ্চাৰ লগতে মানসিক আনন্দ লাভৰ সুবিধাও লাভ কৰে। এনে সময়তে বংগভংগ, বিদেশী বস্ত্ৰবৰ্জন আন্দোলনে প্ৰৱলভাৱে গা-কৰি উঠে। ১৯০৪—০৫ চনত ছোৱা এই আন্দোলনত যোগদান দি স্কুলীয় ছাত্ৰ ৰায়চৌধুৰীয়ে সহপাঠীসকলক লৈ 'এনাৰ্কিষ্ট পাৰ্টি' গঠন কৰে আৰু দেশৰ কামত লাগি থাকোঁতে ইন্দুমতী আৰু ৰায়চৌধুৰী পৰস্পৰৰ দেখা দেখি আৰু গীত-চৰ্চাত যতি পৰে। এদিন ইন্দুমতীয়ে তেখেতক নিঠুৰ বুলি মৃদু দোষাৰোপ কৰি, তেখেতৰ

ছোৱালীজনীৰ প্ৰতি অবিচল প্ৰেমৰ এটা নিদৰ্শন বিচাৰিলে।'[২] পাছদিনা ৰায়চৌধুৰীয়ে আন্তৰিক গভীৰ প্ৰেমৰ স্বাক্ষৰ হিচাপে তেওঁৰ বাওঁহাতৰ কেঞ্চা আঙুলিটোৰ এপাৰ কাটি ইন্দুমতীয়ে সুগন্ধি মহলাৰ লগত 'তুমি সুন্দৰ গান গাও। তোমাৰ গলাটা খুব মিষ্টি। আমায় কেও গান শিখাও না'[৩]— বুলি লিখা কাগজ টুকুৰাৰ লগতে সৰু টেমা এটাত ভৰাই কটা আঙুলি ডোখৰ আৰু তেজখিনিৰে সৈতে, সেই তেজেৰেই এখন চিঠি লিখি 'ব্যক্তি প্ৰেমতকৈ যে দেশপ্ৰেম মহীয়ান'[৪] —এই আদৰ্শৰ চিনস্বৰূপে 'ইন্দুমতী, এয়া লোৱা, মোৰ অবিচল প্ৰেমৰ নিদৰ্শন'[৫] বুলি ছোৱালীজনীৰ হাতত দিলে। এই সাহসিকতা আৰু আন্তৰিকতাত ছোৱালীজনীয়ে তবধ মানি হুকহুকাই কান্দি পেলালে। পাছত স্কুলৰ লোৱা। হ'ল। ইয়াৰ এমাহ পাছত ছোৱালীজনীক কলিকতাৰ এজন জমিদাৰৰ ল'ৰালৈ বিয়া দিয়ে। কিন্তু ল'ৰাজন বিদেশলৈ যাওঁতে জাহাজ ডুবি ঢুকায়।

এনাৰ্কিষ্ট পাৰ্টি গঠন কৰি ১৯০৪ চনত তেওঁ খুদিৰাম বসু, বাৰীন্দ্ৰ ঘোষ, উল্লাস্কৰ দত্ত আদিৰ লগ লাগে আৰু তেওঁলোকৰ বিদ্ৰোহৰ ধ্বংসাত্মক কৌশলবোৰ শিকিবলৈ ধৰে। ১৯০৫ চনৰ এনিশা ৰায়চৌধুৰীয়ে সহপাঠীসকলৰ সংযোগত দীঘলী পুখুৰীৰ উত্তৰ পাৰত থকা ইংৰাজ চাহাবৰ প্ৰমোদ-ভৱন 'ইউৰোপীয়ান ক্লাব' ঘৰটোত জুই লগাই দিয়ে। লগে লগে তেওঁৰ অন্তৰতো বিদ্ৰোহৰ জুই হুগুণে জ্বলিবলৈ ধৰে। দেশমাতৃৰ মুক্তিৰ হকে পৰাধীনতাৰ শিকলি চিঙিবলৈ তেওঁ প্ৰাণপণে লাগে। এই বছৰতে সৰস্বতী পূজা উপলক্ষে কটন

২. যুগল দাস, 'অম্বিকাগিৰী ৰায়চৌধুৰীদেৱৰ ব্যক্তিত্ব', অম্বিকাগিৰী ৰায়চৌধুৰী, অসম প্ৰকাশন পৰিষদ, ১৯৮৬, পৃ. ৫৮

৩-৪. অম্বিকাগিৰী ৰায়চৌধুৰী, 'তুমি কাব্যৰ প্ৰেৰণা কি', স্মৃতিগ্ৰন্থ, অসম সাহিত্য সভা, ১৯৬৮, পৃ. ২২৬-২২৭

৫. বাণীকান্ত কাকতি, 'অম্বিকাগিৰী ৰায়চৌধুৰী', অম্বিকাগিৰী ৰায়চৌধুৰী, অসম প্ৰকাশন পৰিষদ, ১৯৮৬, পৃ. ২

কলেজিয়েট স্কুলত এনিশাৰ ভিতৰতে লেখা 'বন্দিনী ভাৰতমাতা' নামৰ নাটকখন অভিনয় হয় যদিও অভিনয়ৰ শেষত নাটকখনৰ একমাত্ৰ পাণ্ডুলিপিটো ইংৰাজ পুলিচে বাজেয়াপ্ত কৰে। 'বন্দিনী ভাৰতমাতা' নাটকখনত তেওঁ এনাৰ্কিষ্ট পাৰ্টিত যোগদান কৰা সময়তে ৰচনা কৰা "যায় যাব প্ৰাণ আন ধৰি আন / ফান্দত সুমাই ল / বাধা জট ভাঙি / বুকু দাঙি দাঙি / নিৰিলকিকীয়া হ / ওই ভাই নিকিল-কিলীয়া হ / যাৰ য'ত আছে দা কুঠাৰ যাঠি / হাতে হাতে তুলি ল / নকৰিবি ভয় / নাই সংশয়/বুকুত সাহস ল' ওই ভাই বুকুত সাহস ল /"— এই গীতটো সন্নিবিষ্ট কৰা হয়। অম্বিকাগিৰী ৰায়চৌধুৰীয়ে এই গীতটোক অসমীয়া ভাষাত স্বাধীনতা আন্দোলনত প্ৰথম সংগীত বুলি উল্লেখ কৰিছে।

স্বদেশী আন্দোলনত জপিয়াই পৰি 'বিদ্ৰোহী ডেকা হিচাপে অংশগ্ৰহণ কৰাত ৰায়চৌধুৰী গুৱাহাটীৰপৰা বৰপেটাত চৰকাৰৰ নজৰ বন্দীত থাকিব লগা হয়; আৰু ফলস্বৰূপে অষ্টমমান শ্ৰেণীলৈ (ইংৰাজী স্কুলৰ থাৰ্ড ক্লাছ) পঢ়াৰ পাছতেই তেওঁৰ শিক্ষা জীৱনৰ অন্ত পৰে। নজৰ-বন্দী হৈ থকা কালছোৱাতেই (১৯০৫—১৯১৪) ৰায়চৌধুৰীৰ সাহিত্যিক প্ৰতিভাই বিশেষ বিকাশ লাভ কৰে। তেওঁ গীত, কবিতা, নাট আদি ৰচনা কৰাৰ উপৰিও 'যাত্ৰা পাৰ্টি' খুলি অভিনয় কৰাৰ ব্যৱস্থা কৰে। সেই কাৰণে 'এই সময় ছোৱাকে জাতীয় সংস্কৃতিৰ নৱজাগৰণৰ উন্মেষৰ কাল বুলি ক'লে হয়তো ভুল কোৱা নহ'ব।'[৬]

১৯০৫ চনত লৰ্ড কাৰ্জনে বংগদেশখন খণ্ডিত কৰি 'পূৰ্ববংগ আৰু অসম, নাম দি ঢাকাত ৰাজধানী পাতি নতুন প্ৰদেশ গঠন কৰাত'[৭] ৰায়চৌধুৰীয়ে 'স্বদেশী আন্দোলনৰ প্ৰতি আকৃষ্ট হৈ ৰবীন্দ্ৰ ঘোষক ৰাজনৈতিক গুৰু'[৮] মানি সন্ত্ৰাসবাদী দলৰ এজন সক্ৰিয় হৈ পৰে,

৬. শুচিব্ৰতা ৰায়চৌধুৰী, 'পিতৃদেৱৰ পিতৃভূমি', স্মৃতিগ্ৰন্থ, (বৰপেটা), ১৯৮৬, পৃ. ১০৪

৭-৮. সদানন্দ চলিহা, 'ৰায়চৌধুৰী আৰু তেওঁৰ মধুৰ উন্মাদনা', অম্বিকাগিৰী ৰায়চৌধুৰী, অসম প্ৰকাশন পৰিষদ, ১৯৮৩, পৃ. ২৫০-২৫১

আৰু ১৯০৬ চনত 'দীঘাই কলিতা' [৯] ছদ্মনামত সুৰেন্দ্ৰ দাসগুপ্তৰ সৈতে লগ লাগি পূৰ্ববংগ আৰু অসমৰ প্ৰথম লেফ্‌টেনেণ্ট গৱৰ্ণৰ ছাৰ বেম্পফিল্ড ফুলাৰ চাহাবক হত্যা কৰিবৰ কাৰণে গুৱাহাটীৰ পৰা ছয় মাইল আঁতৰৰ ছিলং পথত ডিনেমাইট স্থাপন কৰে। অৱশ্যে বোমা ফুলাৰ চাহাবৰ গাড়ী পাৰ হৈ যোৱাতহে ফুটে। এই ঘটনাৰ পাছত পুলিচ-মিলিটাৰীয়ে দাসগুপ্তক ধৰি সন্ত্ৰাসবাদী দলৰ কৰ্মীসকলৰ নাম-সংগ্ৰহ কৰে যদিও ৰায়চৌধুৰীক পুলিচে বিচাৰি নোপোৱাত ঘৰ-বাৰী নোহোৱা, কাম-বন কৰি খোৱা দীঘাই কলিতাই মুক্তি পায়।

ইয়াৰ পাছত তেওঁৰ মানসিক পৰিৱৰ্তন ঘটে। মহামানৱ মহাত্মা গান্ধীৰ সান্নিধ্য লাভ কৰি এনাৰ্কিষ্ট পাৰ্টি বাদ দি তেওঁ অহিংসা নীতিৰে অসম আৰু অসমীয়া জাতি সংৰক্ষণৰ চিন্তাত আত্মনিয়োগ কৰে। মাজে-সময়ে তেওঁৰ মনত ইন্দুমতীৰ স্বৰ্গ প্ৰেমৰ স্মৃতিয়ে উক্ দিয়ে আৰু ইয়াৰ ফলতেই ৰায়চৌধুৰীয়ে ১৯০৭ চনত 'তুমি' আৰু 'বীণা' কাব্য ৰচনা কৰিবলৈ লয়। তুমি কাব্যৰ কবিতাবোৰত তেওঁৰ আবেগপূৰ্ণ অতলস্পৰ্শী প্ৰেমৰ চিত্ৰ এখানে যেনেদৰে প্ৰকাশ পাইছে, তেনেদৰে ব্যক্তিৰূপৰ অনুধাবিত হোৱা আধ্যাত্মিক প্ৰেমেও কোনত স্থান চাইছে। ১৯১০ চনত তেওঁ 'অনুভূতি'ৰ কবিতাবাজি ৰচনাত হাত দিয়ে।

ৰায়চৌধুৰীয়ে জনসাধাৰণৰ মাজত জাতীয় ভাৱৰ জাগৰণৰ সৃষ্টি কৰিবলৈ আৰু বঙালী যাত্ৰাভিনয়ৰ পৰিবৰ্তে আৰু অসমত অসমীয়া যাত্ৰাভিনয় প্ৰদৰ্শন কৰাৰ উদ্দেশ্যেৰে ১৯০৮ চনত বৰপেটাত 'সনাতন সংগীত সমাজ' স্থাপন কৰে। তেওঁ এই সমাজৰ লগত সুদীৰ্ঘ এঘাৰ বছৰ জড়িত থাকি অসমৰ প্ৰান্তৰে প্ৰান্তৰে ঘূৰি ফুৰে।

---

৯. সদানন্দ চলিহা, 'ৰায়চৌধুৰী আৰু তেওঁ মধুৰ উপাসনা', অম্বিকাগিৰী ৰায়চৌধুৰী, অসম প্ৰকাশন পৰিষদ, ১৯৮৩, পৃ. ১৫০-১৫১

পঞ্চম জৰ্জ আৰু সম্ৰাজ্ঞী মেৰীৰ ভাৰত ভ্ৰমণ উপলক্ষে আয়োজিত উৎসৱ ১৯১১ চনত গোটেই ভাৰতবৰ্ষতে পালন কৰা হয়। অসমতো ইয়াৰ পয়োভৰ সম্পূৰ্ণ গতিত চলে। অসমত বঙালী যাত্ৰাপাৰ্টিয়ে জনসাধাৰণৰ মনত প্ৰভাৱ বিস্তাৰ কৰি থকা সময়তেই ৰায়চৌধুৰীয়ে বৰপেটাৰ মুখিয়াল মানুহ কিছুমানৰ মনৰ বিপৰীতে গৈ অসমীয়া ধৰণেৰে 'শংকৰদেৱ চাৰ্কাচ পাৰ্টি'[১০] এটা গঠন কৰি নিজে পৰিচালনা কৰাৰ উপৰিও নাট লিখি মঞ্চস্থ কৰে। 'বঙলা যাত্ৰা নাট'ৰ আদৰ্শত অসমীয়া ভাষাত ভগ্ন অমিত্ৰাক্ষৰী ৰীতিত', [১১] 'মুকলি মঞ্চৰ যাত্ৰাভিনয়ৰ উদ্দেশ্যে [১২] ১৯১১ চনত তেওঁ 'জয়দ্ৰথ বধ নাট' আৰু ১৯১২ চনত 'কল্যাণময়ী' নাট লিখে। পাছত তেওঁ 'ভক্ত গৌৰৱ' বা 'শিখিধ্বজৰ দান-পৰীক্ষা' নাট ৰচনা কৰাৰ উপৰিও মহামানৱ মহাত্মা গান্ধীৰ অহিংসা আন্দোলনৰ প্ৰভাৱত 'বিপ্লৱৰ শেষ' নাটিকাখনি লিখি উলিয়ায়। এই নাটিকাখনি তেওঁৰ ভাগিন ৰমেশ চৌধুৰীৰ নামত 'চেতনা'ত প্ৰকাশ কৰে। ইয়াৰ বাহিৰেও তেওঁ 'বিশ্বনাট্য' (ৰূপক), 'শ্ৰীৰামচন্দ্ৰ আৰু তাৰা' (অনাৰ্তাৰ নাট, 'ধূনপেচ' (দৃশ্য নাট্য) আৰু 'ৰবাচী মহিগাৰ উক্তি' (নাট্য কবিতা) ৰচনা কৰি অসমীয়া নাট্য সাহিত্যলৈ বৰঙণি আগবঢ়ায়।

১৯১৪ চনত ৰায়চৌধুৰীয়ে 'জগতৰ শেষ আদৰ্শ আৰু বিশ্বশান্তি স্থাপনৰ পথ' নামৰ উনৈশ-পিঠীয়া প্ৰবন্ধ ৰচনা কৰে আৰু ১৯১৬ চনত ডিব্ৰুগড়ৰপৰা ই গ্ৰন্থকাৰে প্ৰকাশিত হয়। এই গ্ৰন্থখন ১৯৬০ চনত ডক্টৰ মহেন্দ্ৰ বৰাই 'Final Goal of a Man and Lasting Peace' নামেৰে অনুবাদ কৰে। সংক্ষিপ্ত ৰূপত অনুদিত এই গ্ৰন্থখনিয়ে ডক্টৰ ৰাধাকৃষ্ণ বাৰ্ট্ৰাণ্ড ৰাছেল আদিৰ দৰে বিশ্বমণীষীৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সমৰ্থ হয়।

---

১০. শুচিব্ৰতা ৰায়চৌধুৰী, 'পিতৃদেৱৰ পিতৃভূমি', স্মৃতিগ্ৰন্থ (বৰপেটা) পৃ. ১০৪

১১-১২. ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মা, 'ৰায়চৌধুৰীৰ নাট্য-প্ৰতিভা', স্মৃতিগ্ৰন্থ (বৰপেটা), পৃ. ১৮৪

নৱবৰুৱাৰ কাল শেষ হোৱাত জাতীয় সংগঠনৰ কামত ৰায়চৌধুৰী ১৯১৪ চনৰ নৱেম্বৰ মাহত বৰপেটা এৰি ডিব্ৰুগড়লৈ যায় আৰু তাতে তেওঁ মাহেকীয়া আলোচনী 'আসাম বান্ধৱ'ৰ সহকাৰী সম্পাদক হিচাপে পঞ্চম বছৰৰ অষ্টম সংখ্যা প্ৰকাশ কৰে। তেওঁ তাত থকা সময় হোৱাত এজন নিৰ্ভীক সংগঠক আৰু সংবাদসেৱীৰ পৰিচয় দাঙি ধৰাৰ লগতে সুগায়ক আৰু নিপুণ অভিনেতা ৰূপেও খ্যাতি লাভ কৰে। তেওঁ আমোলাপট্টী থিয়েটাৰ হ'লৰো এজন নিয়মীয়া আৰু নিপুণ অভিনেতা ৰূপে সুপ্ৰতিষ্ঠিত হৈছিল। সেই সময়ত তেওঁৰ আৰ্থিক অৱস্থা অতি শোচনীয় হোৱাত এজন প্ৰকাশকৰ ওচৰত 'তুমি' কাব্যৰ গ্ৰন্থস্বত্ব বিক্ৰি কৰিবলৈ লৈছিল যদিও ৰায়চৌধুৰীয়ে বিচৰামতে চল্লিশ টকা নোপোৱাত আৰু এজন বন্ধুৱে বাধা দিয়াত সেইখন বিক্ৰি নকৰিলে। পাছত ১৯১৬ চনত এইখন তেওঁ নিজেই ডিব্ৰুগড়ৰ বেলমে প্ৰেছৰ পৰা মুদ্ৰণ কৰায়। এই বছৰতেই 'বীণা' কাব্যগ্ৰন্থখনো প্ৰকাশ হয়।

১৯১৭ চনত পদ্মনাথ গোহাঞিবৰুৱাৰ সভাপতিত্বত শিৱসাগৰত বহা অসম সাহিত্য সভাৰ প্ৰথম অধিৱেশনত ৰায়চৌধুৰীয়ে ডিব্ৰুগড়ৰ প্ৰতিনিধিৰূপে যোগদান কৰে আৰু কাৰ্য-নিৰ্বাহক সমিতিৰ সদস্য নিৰ্বাচিত হয়। তেতিয়াৰে পৰা তেওঁ অসম সাহিত্য সভাৰ লগত আজীৱন সম্পৰ্ক স্থাপন কৰে

১৯১৮ চনত তেওঁ ডিব্ৰুগড়ৰ পৰা গুৱাহাটীলৈ আহি বৰপেটীয়া পাৰাত, মাত্ৰ দুটকা মূলধন লৈ নিজাকৈ অৰুণ প্ৰেছ খুলি মাহেকীয়া আলোচনী 'চেতনা' (১৯১৯-১৯২৬) প্ৰকাশৰ যো-জা কৰে আৰু ১৯১৯ চনত দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মাৰ সহযোগত যুটীয়াভাৱে সম্পাদনা কৰি এইখন ৰাইজৰ হাতত তুলি দিয়ে।

১৯২০ চনত মহাত্মা গান্ধীয়ে দেশৰ স্বাধীনতাৰ দাবি আগবঢ়াবলৈ আৰু বিদেশী বস্ত্ৰ দাহনৰ উদ্দেশ্যে অসম ভ্ৰমণ কৰিবলৈ আহি

গুৱাহাটীত দেশভক্ত তৰুণৰাম ফুকনৰ ঘৰত উপস্থিত হয়। ফুকন-দেৱৰ ঘৰৰ সন্মুখত অনুষ্ঠিত বিদেশী বস্ত্ৰ-দাহ যজ্ঞতেই কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱে ৰায়চৌধুৰীক গান্ধীজীৰ লগত চিনাকি কৰি দিয়ে। ৰায়চৌধুৰী সেই সময়ত গুৱাহাটী কংগ্ৰেছ কমিটীৰ সম্পাদক আছিল।

এজন প্ৰকৃত মুক্তি যুঁজাৰু হিছাপে ১৯২১ চনত তেওঁ অৰুণা গ্ৰেছ আৰু 'চেতনা' তেওঁৰ সম্পৰ্কীয় গৰ্গনাৰায়ণ চৌধুৰীক গতাই দি তেওঁ গোটেই ভাৰতবৰ্ষতে বিয়পি পৰা অসহযোগ আন্দোলনত জপিয়াই পৰে; আৰু গুৱাহাটীৰপৰা বৰপেটালৈ যায়। তাত আন্দোলনৰ কামত লিপ্ত থাকোতে পুলিচে তেওঁক গ্ৰেপ্তাৰ কৰে। বৰপেটাৰ লক্আপত 'আণ্ডাৰ ট্ৰায়েল' হিছাপে কেইমাহ মান ৰখাৰ পাছত মহকুমাধিপতি বিজম্যান চাহাবে তেওঁক তেৰ বছৰ সশ্ৰম কাৰাদণ্ডৰ আদেশ দিয়ে। ৰায়চৌধুৰীক তেজপুৰ জেললৈ নিয়া হ'ল আৰু ভাৰতীয় জাতীয় আন্দোলনৰ সম্পূৰ্ণ বিৰোধী জেইলৰ চুপাৰি-ণ্টেণ্ডেণ্ট কৰ্ণেল ৰিচি ( Ritchie )-য়ে ৰায়চৌধুৰীৰ ওপৰত অমানুষিক অত্যাচাৰ আৰম্ভ কৰে। জেলখানাত তেওঁক তেলৰ ঘানি, আলোপাত খুন্দা, শিলভঙা, ঠাই পৰিষ্কাৰ কৰা আদি কঠিন কাম কৰিবলৈ দিয়ে। কাৰাগাৰৰ কাৰৰ মাজত কৰা এই অত্যাচাৰৰ সময়তেই তেওঁ গভীৰভাৱে উপলব্ধি কৰিলে— 'জাতি মোৰ তেজ, জাতি মোৰ মঙহ, জাতি মোৰ অস্থি, জাতি মোৰ মজ্জা। জাতিৰ গতি যি ফালে সেইফালে কাতি হোৱাটো মোৰ অনিবাৰ্য কথা'[১৩] ইয়াৰ ফলতেই তেওঁ 'তই জাতিৰ লাগিব শিল…', 'ধৰ খাড়ু ধৰ ভাই…', 'আৰু কি দেখাবি ভয় কাৰাগাৰ…', 'এইটো নহয় জেল দিয়া ভাই', 'জাগ জাগ জাগ ভাৰত সন্তান' আদি তাৰোয়ান বিদ্ৰোহাত্মক

১৩. অম্বিকাগিৰী ৰায়চৌধুৰী, 'জেল কাহিনী', চেতনা, চতুৰ্থ বছৰ, অষ্টম সংখ্যা, চ'ত ১৮৪৪ শক

গীত ৰচনা কৰে। তেজপুৰ জেলত থাকোতেই ১৯২১ চনৰ ৩০ মাৰ্চৰ নিশা ৰায়চৌধুৰীৰ অৰুণা প্ৰেছত জুই লগাত 'চেতনা'ৰ কাৰ্যালয়, বহুতো মূল্যবান কাগজ-পত্ৰ, কবিতা আৰু প্ৰবন্ধ পুথিৰ প্ৰায় ৪০ খন পাণ্ডুলিপি আৰু প্ৰেছৰ সকলো ভস্মীভূত হয়।

তেজপুৰ জেলৰপৰা ওলাই আহিলত মাক আৰু কেইজনমান হিতাকাঙ্ক্ষী ব্যক্তিয়ে তেওঁক বিয়া কৰোৱাৰ বাবে ধৰকৈ ধৰে; শেষত উপায় নাপাই খাটাবাৰীৰ প্ৰতাপনাৰায়ণ চৌধুৰী ( মৌজাদাৰ ) আৰু গিৰীশ চন্দ্ৰ ৰায়চৌধুৰী ( ককায়েক ) ৰ যত্নোবত্ত বতে ৰায়চৌধুৰীয়ে নলবাৰীৰপৰা চাৰিজন ব্যক্তিসহ বৰযাত্ৰী হৈ পকোৱা গাঁৱৰ কালিচৰণ চৌধুৰীৰ কন্যা শ্ৰীমতী কৈশল্যাদেৱী চৌধুৰীক বিয়া কৰায়। বিয়াৰ পাছত পতি-পত্নী দুয়োৰে অগ্নিত ভস্মীভূত হোৱা অৰুণা প্ৰেছ আৰু 'চেতনা'ক পুনৰ্জীৱিত কৰে।

১৯২৩ চনত ৰায়চৌধুৰীয়ে 'শঙ্খধ্বনি' নামৰ বিদ্ৰোহী ভাবাপন্ন প্ৰবন্ধ গ্ৰন্থ এখনি ৰচনা কৰে। এই গ্ৰন্থত ভাৰতবৰ্ষত বৃটিছ সাম্ৰাজ্য-বাদীসকলে শাসন চলোৱাৰ যে কোনো নৈতিক অধিকাৰ নাই, সেই কথা তেওঁ যুক্তিসহ প্ৰতিপন্ন কৰে। ১৯২৪ চনত ৰায়চৌধুৰীৰ এই গ্ৰন্থখনি চৰকাৰে বাজেয়াপ্ত কৰে আৰু তেওঁক প্ৰেপ্তাৰ কৰি জৰিমনা সহ তিনিমাহৰ কাৰণে জেললৈ পঠায়। এইখনেই প্ৰথম অসমীয়া নিষিদ্ধ গ্ৰন্থ।

জাতীয়তা ভাবধাৰাৰে বঞ্চিত হৈ হেৰাই যোৱা অসমীয়া জাতি আৰু সংস্কৃতিক উদ্ধাৰ কৰিবলৈ ১৯২৪ চনত স্বাধীনতা ৰণৰ বন্দুৱা-সকল কাৰাগাৰৰপৰা ওলাই অহাৰ পাছত ৰায়চৌধুৰীয়ে কৰ্মী-সকলৰ লগ হৈ ১৯২৬ চনৰ ৪ জুন তাৰিখে 'অসম সংৰক্ষিণী সভা' স্থাপন কৰে আৰু সেই চনৰ ডিচেম্বৰ মাহত পাণ্ডুত অনুষ্ঠিত ভাৰতীয়

জাতীয় কংগ্ৰেছৰ ৪৩ তম অধিবেশনৰ মণ্ডপতেই গড়মূৰীয়া সত্ৰাধিকাৰ ৺ পীতাম্বৰ দেৱগোস্বামীৰ সভাপতিত্বত এই সভাৰ প্ৰথম অধিৱেশনখন পাতে।

পাণ্ডুত বহা কংগ্ৰেছ মহাসভাৰ সময়তে ৰায়চৌধুৰীয়ে 'আজি বন্দো কি ছন্দেৰে' গীতটি ৰচনা কৰে। এই গীতটি সুৰ-শিল্পী প্ৰফুল্লচন্দ্ৰ বৰুৱাৰ সুৰেৰে মহাসভাত সমবেত হোৱা বিৰাট জনতাৰ আগত 'পঞ্চাছ গৰাকী সুশ্ৰী পৰিচ্ছদ পৰিহিত সুগায়ক-গায়িকাৰ কণ্ঠেৰে গোৱা'ত এক যাদুকৰী আলোড়নৰ সৃষ্টি হয়। ডক্টৰ বাণীকান্ত কাকতিদেৱে এই গীতটিৰ লগতে ৰায়চৌধুৰীৰ 'কাৰ কি আৱাহন' আৰু উমেশ চৌধুৰীৰ দুটি গীত ইংৰাজীলৈ অনুবাদ কৰি আগতীয়াকৈ বাইজৰ মাজত বিলাই দিয়ে।

'অসমীয়া সংৰক্ষিণী সভা'ৰ উদ্দেশ্য পূৰণ কৰিবলৈ ৰায়চৌধুৰীয়ে নিস্বাৰ্থ-ভাৱে কামত লাগি থাকোঁতে অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ লগত মতবিৰোধ ঘটে আৰু সেই সময়তেই 'সংকীৰ্ণমনা', 'প্ৰাদেশিকতাবাদী', 'পগলা' আদি আখ্যাৰে কিছুমানে তেওঁক অভিহিত কৰে।

ৰায়চৌধুৰীয়ে 'নিখিল ভাৰত স্বদেশী কিনক' সংঘৰ আদৰ্শ আগত ৰাখি ১৯৩০ চনত 'অসম স্বদেশী কিনক' সংঘ গঠন কৰি মূটীয়া সম্পাদক হিচাপে কাম চলায় আৰু এই বছৰৰে ১৫ জানুৱাৰী তাৰিখে 'চেতনা' প্ৰেছৰপৰা ১০ টকা ২ অনা ৬ পইচা ধাৰ

---

১৪. অতুলচন্দ্ৰ বৰুৱা, "অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী আৰু অসম', স্মৃতিগ্ৰন্থ, অসম সাহিত্য সভা, ১৯৬৮, পৃ. ৮৪

১৫. প্ৰফুল্লচন্দ্ৰ বৰুৱা, 'অগ্ৰজপ্ৰতিম ৰায়চৌধুৰীদেৱৰ সোঁৱৰণত', স্মৃতিগ্ৰন্থ ( বৰপেটা ), ১৯৮৬, পৃ. ৯২

কৰি[16] 'অসম মায়াবিনী কেমিকেল ৱৰ্কছ' নামৰ প্ৰতিষ্ঠান এটি খুলি পত্নী কৌশল্যা দেৱীচৌধুৰীৰ নামত উদ্যোগ হিচাপে কলিকতাত পঞ্জীয়ন কৰায়। 'অসম মায়াবিনী কেমিকেল ৱৰ্কছ' উদ্যোগৰ কাম ১৯৩০ চনৰ ১৫ এপ্ৰিলৰ পৰা আৰম্ভ হয় যদিও আৰ্থিক অনাটনৰ কাৰণে ১৯৩১ চনৰ ফেব্ৰুৱাৰী মাহৰ পৰাহে 'মায়াবিনী তেল' উৎপাদন কৰিবলৈ সমৰ্থ হয়। এই উদ্যোগত ৰায়চৌধুৰী পতি-পত্নীয়ে দেহে-কেহে লাগি 'অসম ইংক', আৰু 'চেনেহী চিয়াঁহি' নামৰ দুবিধ চিয়াঁহি; 'জয়মতী স্নো', 'নোজাক' প্ৰমেদ, 'জোনকণা' আৰু 'জিলিকনি' নামৰ দুবিধ জোতাৰ ৰং আৰু 'মায়াবিনী' নামৰ সুৱত ঘঁহা তেল উৎপাদন কৰি অসম প্ৰাদেশিক মহিলা সমিতিৰ প্ৰদৰ্শনীৰ দোকানত আৰু পানবজাৰৰ ঘৰৰ সন্মুখত দিয়া দোকানত নিজে বিক্ৰি কৰি অৰ্থনৈতিকভাবে জুকলা পৰিয়ালটি চলোৱাৰ লগতে অসমবাসী বাইজলৈ স্বাৱলম্বিতাৰ এক মহান আদৰ্শ দাঙি ধৰিলে। ৰায়চৌধুৰীয়ে 'মায়াবিনী তেল'ৰ বিজ্ঞাপনত 'এহেজাৰ বছৰীয়া পুৰণি সাঁচিপতীয়া পুথিৰ পৰা উদ্ধাৰ কৰা' বুলি লিখি দিয়ে আৰু তেলৰ বটলৰ ওপৰত 'জ্যোতিৰ গাঙুলী নামৰ বঙালী ভদ্ৰলোকৰ সুকেশিনী সুন্দৰী কন্যা জ্যোৎস্নাৰ ফটো এখনৰ ব্লক এটি কৰাই আনি লেবেল হিচাপে ব্যৱহাৰ'[17] কৰে। কিন্তু তেওঁলোকে যথেষ্ট কষ্ট কৰিও অৰ্থৰ অভাৱত ১৯৩৩ চনৰ ২১ অক্টোবৰৰ পৰা এই উদ্যোগৰ নিয়মিত কাম বন্ধ কৰিবলৈ বাধ্য হয়। অৱশ্যে প্ৰেছ, 'চেতনা' আলোচনী আৰু 'মায়াবিনী কেমিকেল ৱৰ্কছ' বন্ধ হোৱাত ৰায়চৌধুৰীয়ে উজান বজাৰত এটি সৰু প্ৰেছ খুলে।

---

১৬. শুচিব্ৰতা ৰায়চৌধুৰী, 'স্বাৱলম্বিতা আৰু অম্বিকাগিৰী' অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী (ড° ৰামচৰণ ঠাকুৰীয়া আৰু চিত্ত মহন্ত-সম্পাদিত), ১৯৮৬, পৃ. ৬

১৭. ভগিৰী ৰায়চৌধুৰী, 'পিতাৰ কথা', অম্বিকাগিৰী ৰায়চৌধুৰী, অসম প্ৰকাশন পৰিষদ, ১৯৮৬, পৃ. ১২২

১৯৩৪ চনত ৰায়চৌধুৰীয়ে 'স্বাধীন পঞ্চায়ত ৰাষ্ট্ৰ গঠনৰ প্ৰাথমিক আঁচনি' গ্ৰন্থখন ৰচনা কৰি হল। কৰি উলিয়ায়। ১৯৩৫ চনত তেওঁ 'ডেকা-ডেকেৰীৰ বেদ' নামৰ গ্ৰন্থখন লেখিবলৈ আৰম্ভ কৰে।

১৯৩৬ চনত 'অসম সংৰক্ষিণী সভা'ই 'জাতীয় মহাসভা' হিচাপে আত্ম-প্ৰকাশ কৰে; ৰায়চৌধুৰীয়ে গান্ধীজীৰ হৰিজন কাকতৰ আৰ্হিত 'ডেকা অসম' নামৰ পাষেকীয়া কাকতৰ জন্ম দিয়ে। এই চনৰে ২২ জুলাই তাৰিখে (১৮৫৭ শকৰ ৩১ আহাৰ) 'ডেকা অসম' ৰায়চৌধুৰীয়ে নিজে সম্পাদনা কৰি, মুদ্ৰক, কম্পোজিটৰ, মেচিন-মেন আৰু বিলনীয়া হৈ অসম সংৰক্ষিণী সভা আৰু পাছত জাতীয় মহাসভাৰ মুখপত্ৰ হিচাপে উজান বজাৰৰ প্ৰেছৰপৰা উলিয়ায়। অসমীয়া জাতিৰ সংৰক্ষণৰ সকলো দিশতে আলোকপাত কৰি পৰিয়ালৰ সকলোকে কামত খটুৱাই, অশেষ কষ্টৰ মাজেৰে তেওঁ কাকতখন চেগা-চোৰাকৈ প্ৰকাশ কৰে।

দেশমাতৃৰ স্বাধীনতাৰ লগতে 'অসমীয়া জাতিৰ আত্মৰক্ষা'ৰ কামত লাগি থাকোঁতে অবিভক্ত বঙ্গদেশৰ লোকে ভুল বুজি ৰায়-চৌধুৰীক 'বাঙালী খেদা আসাম টাইগাৰ' নামেৰে কলিকতাৰ বঙালী কাকতত বহুতো লিখা-লিখি কৰে। তেতিয়া তেওঁ কলিকতালৈ গৈ 'আনন্দ বজাৰ পত্ৰিকা'ৰ সম্পাদক প্ৰমুখ্যে আন কেইখনমান কাকতৰ সম্পাদকসকলক লগ ধৰে আৰু সকলো কথাই বুজাই দিবৰি কৈ এই ভুল খণ্ডন নিয়ায়।

দ্বিতীয় মহাযুদ্ধৰ ভয়াবহ কালচোৰাত ৰায়চৌধুৰীয়ে প্ৰায় ডেৰ বছৰ কাল তেওঁৰ পৰিয়াল নলবাৰীৰ পকোৱা গাঁৱত ৰাখে; আৰু সৰ্বভাৰতীয় একতা ৰক্ষা কৰি ৰাজ্যত ৰাজ্যৰ লোকৰ অধিকাৰ নীতিৰে 'অসমত অসমীয়াৰ অধিকাৰ'ৰ কাৰণে একাপতীয়া হৈ দেশসেৱাৰ কামত আত্মনিয়োগ কৰে। সেই সময়তে তেওঁ 'স্বাধীন পঞ্চায়ত ৰাষ্ট্ৰ গঠনৰ প্ৰাথমিক আঁচনি'ৰ প্ৰচাৰ চলাই নলবাৰী

অঞ্চলত গাওঁ সংগঠনৰ কামত লাগে।

১৯৪২ চনত ৰচনা কৰা 'স্বাধীন পঞ্চায়ত ৰাষ্ট্ৰ গঠনৰ প্ৰাথমিক আঁচনি' প্ৰবন্ধ-গ্ৰন্থখন তেওঁ সেই বছৰতে প্ৰকাশ কৰি উলিয়ায়। আনহাতে ১৯৩৫ চনৰপৰা ১৯৪২ চনলৈ ৰচনা কৰা 'ডেকা-ডেকেৰীৰ বেদ' গ্ৰন্থখনো উক্ত বছৰতে প্ৰকাশ কৰে। 'স্বাধীন পঞ্চায়ত ৰাষ্ট্ৰ গঠনৰ প্ৰাথমিক আঁচনি' গ্ৰন্থখন ডেকা-ডেকেৰীৰ বেদৰ লগত সন্নিবিষ্ট কৰে। ৰায়চৌধুৰী জেলত থাকোঁতে ৰচনা কৰা দেশপ্ৰেমমূলক গীতসমূহ ডক্টৰ বাণীকান্ত কাকতি আৰু ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাই 'Songs of the Cell' নাম দি ইংৰাজীলৈ অনুবাদ কৰে আৰু ১৯৪২ চনত প্ৰকাশ কৰে। জেলৰ চাৰিবেৰৰ মাজৰপৰা ওলোৱা এই গীতসমূহ ভাৰতৰ বাহিৰতো সমাদৃত হোৱাটো উল্লেখনীয়।

ৰায়চৌধুৰীয়ে ১৯৪৪ চনত শিৱসাগৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ উনবিংশতম অধিবেশনৰ সংগীত সম্মিলনত যোগদান কৰি সভাপতিৰ আসন গ্ৰহণ কৰে।

১৯৪৬ চনত গ্ৰুপিঙৰ সময়ত অসম কেশৰী অম্বিকাগিৰী ৰায়-চৌধুৰীয়ে অসমক পূৰ্ববঙ্গৰ লগত চামিল নকৰিবলৈ 'অসম জাতীয় মহাসভা'ৰপৰা এটি সংজাতী দল উলিয়াই কংগ্ৰেছ ৱৰ্কিং কমিটিক তীক্ষ্ণ ভাষাৰে স্মাৰক-পত্ৰ দি প্ৰতিবাদ কৰে; যাৰফলত অসম পূৰ্ববঙ্গৰ লগত চামিল নহ'ল।

১৯৪৭ চনৰ ১৫ আগষ্টত দেশে স্বাধীনতা লাভ কৰিলে। স্বাধীনতা দিৱস উপলক্ষে উক্ত দিনাখন পতাকা উত্তোলনৰ সময়ত ৰায়চৌধুৰীয়ে অসমীয়াৰ পৰিচয় আগত ৰাখিয়েই 'ত্ৰিৰঙ্গ-পতাকা'ৰ অশোক চক্ৰটোৰ একাষত অসমৰ চিন স্বৰূপে 'গড়'ৰ প্ৰতীক ব্যৱহাৰ কৰিবলৈ 'অসম জাতীয় মহাসভা'ৰ তৰফৰপৰা অসমীয়া ৰাইজলৈ আহ্বান জনায়।

ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাৰ পাছতো ৰায়চৌধুৰীয়ে 'বিদেশীয়

প্ৰয়োজন' আৰু অসমীয়া জাতি-সংস্কৃতিৰ ৰক্ষণাবেক্ষণ আৰু উন্নতিৰ কথা চিন্তা কৰি অসমৰ যুৱকসকলক লৈ 'আত্মৰক্ষী বাহিনী' গঠন কৰে। 'আত্মৰক্ষী বাহিনী'ৰ কামত ব্যস্ত থাকোঁতে ১৯৪৮ চনত নগা নেতা ফিজো। আৰু এজন সহযোগী ৰায়চৌধুৰীৰ ওচৰলৈ আহে। তেতিয়া তেওঁ নানান আলোচনাৰ মাজতে ফিজো। ডাঙৰীয়াক বুজায় যে 'বাস্তৱ কাৰণতেই অসমক ভাৰতবপৰা বিচ্ছিন্ন কৰি অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষাই বাখিব পৰা নাযাব। নগা পাহাৰেও একেদৰে অসমৰ অঙ্গ স্বৰূপে ভাৰতবৰ্ষতে থাকি নিজৰ থলত নিজৰ আত্ম-নিয়ন্ত্ৰণৰ কথা ভাবিব লাগে।' [১৮]

১৯৫০ চনৰ ১১ আৰু ১২ মাৰ্চত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ এবিংশতম মাৰ্ঘেৰিটা অধিবেশনত সভাপতিত্ব কৰে অম্বিকাগিৰী ৰায়চৌধুৰীয়ে। সভাপতিৰ আসনবপৰা তেওঁ অসমীয়া ভাষাক অসমৰ ৰাজ্যিক ভাষা কৰিবলৈ দাবী জনাই প্ৰস্তাৱ গ্ৰহণ কৰায়।

নিৰ্ভীক ৰায়চৌধুৰী চৰকাৰৰ দৃষ্টিবপৰা আঁতৰা নাছিল। ১৯৫২ চনত চৰকাৰে তেওঁৰ উজান বজাৰত থকা বাসভৱন উচ্ছেদ কৰে। নিজৰ মাটি যোৱাত নানা সংকটৰ সন্মুখীন হ'ল যদিও তেওঁ সেওমনা নাছিল। কিছুদিন কষ্টৰে কটোৱাৰ পাছত তেতিয়াৰ মাটিৰ হাকিম অতুলচন্দ্ৰ বৰুৱা, ৰাজহ মন্ত্ৰী মতিৰাম বৰা আৰু সচিবালয়ৰ ৰাজহ বিভাগৰ অবৰ সচিব উমা শৰ্মাৰ অশেষ চেষ্টাৰ ফলত চান্দমাৰীৰ ওচৰৰ চৰকাৰী মাটিখিনি (বৰ্তমান বাসস্থান) ৰায়চৌধুৰীৰ নামত বিনা প্ৰিমিয়ামে চৰকাৰে পট্টন দিয়ে।

১৯৫১ চনত ৰায়চৌধুৰীয়ে তেওঁৰ জীয়েক শুচিব্ৰতা ৰায়চৌধুৰীৰ

১৮ জ্ঞানগিৰী ৰায়চৌধুৰী, স্মৃতি চয়ন, 'কাওা উচাঁ বহে হামাৰা', অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী (ড° বাবচৰণ ঠাকুৰীয়া আৰু চিত্ৰ মহন্ত-সম্পাদিত), ১৯৮৬, পৃ. ৩৭

সদস্ত যুটীয়াভাৱে 'সাহিত্য মঞ্জৰী' গ্ৰন্থখন সম্পাদনা কৰে। ইয়াৰ পাছত তেওঁ ১৯১৪ চনতে আৰম্ভ কৰি ১৯৫০ চনত শেষ কৰা, ৪১ টা প্ৰবন্ধৰ সংকলন 'আহুতি' ১৯৫৩ চনত প্ৰকাশ কৰে। ১৯৫৪ চনত তেওঁৰ ৬১ টা কবিতাৰ সংকলন 'অনুভূতি' গ্ৰন্থাকাৰে ওলায়। সেই বছৰতে তেওঁ গোৱালপাৰাত অনুষ্ঠিত হোৱা 'ইয়ৰ পৰিষদ'ৰ সভাপতিও হয়।

১৯৫৮ চনত তেওঁৰ 'স্থাপন কৰ স্থাপন কৰ' কবিতা পুথি আৰু 'বন্দো কি ছন্দেৰে' (ৰচনা ১৯০৭-৫০) গীতৰ সংকলনটি গ্ৰন্থাকাৰে প্ৰকাশ পায়। ৪৬ টা কবিতাৰে সমৃদ্ধ 'বেদনাৰ উল্কা' (ৰচনা ১৯২০-৬০) কবিতা-সংকলনটি ১৯৬৪ চনত প্ৰকাশ হয়। ৰায়চৌধুৰীৰ মৃত্যুৰ পাছত এই গ্ৰন্থখনৰ বাবেই তেওঁ 'সাহিত্য অকাডেমী'ৰ পুৰস্কাৰ লাভ কৰে।

ইয়াৰ বাহিৰেও ৰায়চৌধুৰীয়ে 'দেশেই ভগৱান' (১৯৬৫), 'বেণু', 'মোৰ জীৱন ধুমুহাৰ এছাটি', 'মোৰ দাদা' আদি কবিতা আৰু প্ৰবন্ধ-পুথি ৰচনা কৰে আৰু বিভিন্ন বাতৰি কাকত, আলোচনীত ভালেমান প্ৰবন্ধ প্ৰকাশ কৰে।

ৰায়চৌধুৰীয়ে 'অসম সংৰক্ষিণী সভা'ৰপৰা যেনেদৰে 'অসম জাতীয় মহাসভা'ৰ জন্ম দিয়ে, তেনেদৰে '১৯৬৫ চনৰ অক্টোবৰ মাহত ডক্টৰ ৰামচৰণ ঠাকুৰীয়া, শ্ৰীগদা দত্ত, শ্ৰীঅনন্তকুমাৰ শৰ্মা, শ্ৰীতাৰক দাস প্ৰভৃতি তেতিয়াৰ কেইজনমান উদ্যোগী যুৱকৰ সহযোগত 'অসম যুৱক সমাজ'ৰো জন্ম দিয়ে। সংৰক্ষিণী সভা আৰু জাতীয় মহাসভাৰ উদ্দেশ্য আৰু আদৰ্শতেই এই 'অসম যুৱক সমাজ' গঠিত হয়।

১৯৬৭ চনৰ ২ জানুৱাৰী তাৰিখ সোমবাৰে সন্ধিয়া ৬ বাজি

১৯ অনন্তকুমাৰ শৰ্মা, 'অম্বিকাগিৰী আৰু অসম যুৱক সমাজ', অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী (ড° ৰামচৰণ ঠাকুৰীয়া আৰু চিত্ৰ মহন্ত- সম্পাদিত), ১৯৮৬, পৃ. ২৯

৫৫ মিনিট যোৱাত অসমৰ এইজনা সিংহপুৰুষ, তেজোশক্তিৰ প্ৰতীক ৰায়চৌধুৰী অম্বিকাগিৰীৰ জীৱন বন্তি নিৰ্ব্বাপিত হয় আৰু পিছদিনা দিনৰ ১ বাজি ৩০ মিনিট যোৱাত নৱগ্ৰহ শ্মশানত তেওঁৰ নশ্বৰ দেহ ভস্মীভূত কৰা হয়।

ভাৰতীয় চিন্তাধাৰা আৰু আদৰ্শৰ প্ৰতীক ৰায়চৌধুৰীয়ে চাৰিকুৰি এবছৰীয়া জীৱনত কঠোৰ ত্যাগ স্বীকাৰ কৰি অসমীয়া জাতিৰ সংৰক্ষণ, সংগঠন আৰু সংবৰ্ধনৰ লগতে আমাৰ ভাষা, সাহিত্য, সংগীত, ৰাজনীতি আদি বিভিন্ন ক্ষেত্ৰত বিশেষ বৰঙণি দি থৈ গ'ল— সি অকল অসামান্যই নহয়, অবিস্মৰণীয়ও। অসমীয়া জাতি জীয়াই থাকে মানে ৰায়চৌধুৰীক কোনেও পাহৰিব নোৱাৰে।

# পূৰ্ব-স্বাধীনতাকালৰ অসমৰ সমস্যা আৰু অম্বিকাগিৰী ৰায়চৌধুৰী

ৰদনচন্দ্ৰ শইকীয়া

স্বাধীনতাৰ পূৰ্বকালৰ কথাহে নেলাগে সাম্প্ৰতিক কালৰ অসমৰ সমস্যাৱলীবো আঁতিগুৰি বিচাৰি গ'লে স্বাধীনতা হেৰুৱাৰ দিন পৰ্যন্ত ভুমুকিয়াই চোৱাৰ প্ৰয়োজন হয়। বিভিন্ন সময়ত বিভিন্ন সমস্যাই অসমক জুমুৰি দি ধৰিলেও, কেৱল এটা সমস্যাই অসমক বাৰে বাৰে নাকনি-কাননি কৰি আছে আৰু সেয়ে হৈছে অসমীয়াৰ ভাষা আৰু জাতিসত্বাৰ অস্তিত্ব ৰক্ষা। অস্তিত্ব বিলুপ্তিৰ ভীতিগ্ৰস্ততাত আজিও আমি সন্ত্ৰস্ত। খজু পৰিলে, মুকলি মনেৰে বাট বুলিবলৈ সুবিধা নোপোৱাৰ কাৰণেই আমাৰ ভাষা-সংস্কৃতি পয়ালগা; প্ৰগতিৰ গতি মন্থৰ। আধুনিক অসমীয়া ভাষাৰ আৰু জাতিসত্বা গঠনৰ জন্মলগ্নতে হোৱা কীট-দংশনৰ বিষক্ৰিয়াৰ ফলশ্ৰুতি আমাৰ বৰ্তমানৰ সংশয়, সংঘাত আৰু দুৰ্ভোগ।

মান-ৰজাৰ অত্যাচাৰৰপৰা অব্যাহতি পাই অসমীয়া প্ৰজাই ইংৰাজ শাসনৰ ৰ'দকাচলিত উম লবলৈ কৰা আশাৰ মূৰত সৌ দুদিন হওঁতেই চেঁচাপানী পৰিল। গোটেই পছ হব খোজা ইংৰাজৰ হাতৰপৰা দ্ৰুত স্বাধীনতা উদ্ধাৰ কৰিবলৈ ১৮২৮ চনৰপৰা ১৮৫৭ চনলৈ কৰা বিদ্ৰোহ মণিৰাম-পিয়লিৰ ফাঁচীৰে নিষ্ফলতাত পৰ্যৱসিত হ'ল। ঊনবিংশ শতাব্দীৰ শেষ দশক পৰ্যন্ত ফুলগুৰি, পথৰুঘাট, ৰঙিয়া আদি ঠাইত সংঘটিত হোৱা কৃষক-বিদ্ৰোহ কেইটাও মুঠাৰ নামান্তৰ হ'ল মাথোন। ঐতিহ্যমণ্ডিত অসমীয়া জাতিয়ে পৰাধীনতাৰ

শিকলিভাল গাত ভালকৈয়ে মেৰিয়াই ল'লে। কিন্তু অসমীয়াৰ মাজমূৰত বামটাঙোন পৰিল তেতিয়াহে, যেতিয়া অসমীয়া ভাষাৰ অস্তিত্ব অস্বীকৃত হৈ অসমৰ স্কুল-আদালতত বঙালী ভাষাৰ প্ৰবৰ্ত্তন হ'ল। মানৰ আক্ৰমণত ককাল ভাগি থকা অসমীয়াই স্বাধীনতা আৰু ভাষাৰ দবে দুটা ডাঙৰ বিপৰ্যয়ৰ সন্মুখীন হবলৈ সমৰ্থ নহ'ল। অৱশেষত কেইজনমান উদীয়মান অসমীয়া আৰু মহানুভৱ আমেৰিকান মিচনেৰীৰ আপ্ৰাণ্ঢ়ধীয়া প্ৰচেষ্টাত ১৮৭৩ চনত অসমীয়া ভাষাই ন্যায্য স্থান লাভ কৰিবলৈ সমৰ্থ হ'ল যদিও বঙালী ভাষাৰ ৩৬ বছৰীয়া ৰাজত্বই আমাৰ ভাষাসংস্কৃতিৰ ওপৰত এক সুদূৰপ্ৰসাৰী অশুভ প্ৰভাৱ ৰাখি থৈ গ'ল। যিসকলৰ উচতনিত এই অঘটন সংঘটিত হৈছিল, সেই সকলৰ উত্তৰপুৰুষ আৰু সগোত্ৰসকলৰ অসমীয়া জাতিসত্বাৰ লগত মিলি যোৱাৰ মানসিকতা নথকাৰ হেতুকেই আজিও অসম সমস্যামুখৰ।

ইংৰাজ আমোলৰ আৰম্ভণিৰপৰাই অনা অসমীয়া লোকৰ প্ৰব্ৰজনৰ প্ৰক্ৰিয়াটো আৰম্ভ হয় আৰু সেয়ে পাছলৈ বঘুমলা ৰূপ ধাৰণ কৰি অসমৰ আৰ্থ-সামাজিক ভেঁটি কঁপাই তোলে। চাকৰি, ব্যৱসায়-বাণিজ্য, কৃষি, বাসস্থান আদিৰ সন্ধানত বিভিন্ন প্ৰদেশৰ লোকৰ সমাগমে জনসংখ্যাৰ ভাৰসাম্য বিপন্ন কৰি অসমীয়াৰ নিটোল সামাজিক গাঁথনি দুৰ্ব্বল কৰি তুলিলে। প্ৰব্ৰজনৰ কাৰণে হোৱা জনসংখ্যা বৃদ্ধিয়েই হ'ল অসমৰ অধিক সংখ্যক সমস্যাৰ মূল কাৰণ। ইয়াৰ কাৰণেই সহজ-সৰল অসমীয়াৰ মাজলৈ আমদানি হ'ল - ঠগ প্ৰবঞ্চনা জাল জুৱাচুৰি, চুৰি-ডকাইতি, অনাচাৰ-ব্যভিচাৰ, অন্যায়-অনীতি ইত্যাদি। জাতীয় চৰিত্ৰত এই কৰ্দৰ্যতাবোৰে প্ৰবেশপথ বিচাৰি পোৱাত সমাজত জটিলতা আৰু পাপ-পঙ্কিলতাও ক্ৰমে বৃদ্ধি পাবলৈ ধৰিলে। অসমীয়াৰ সমাজদেহত খৰ-খজুৱতি, ঘাঁ-কোঁহাৰ সৃষ্টি হৈ ধাতুভিমূখীয়া পীড়নৰ পথ প্ৰশস্ত কৰি তুলিলে। এই

উপসৰ্গবোৰৰ প্ৰতি আওকণীয়া হৈ থাকিবলৈ অসমীয়াই সেই সুযোগ লাভ কৰিলে এলাহ আৰু দাৰিদ্ৰবৰ্দ্ধনকাৰী, জাতিৰ জীৱনী শক্তি নাশক এটি অব্যৰ্থ মহৌষধ— কানি ৰবহিৰ।

বৃটিছপূৰ্ব অসম কাহানিও ভাৰতৰ অংগৰাজ্য নাছিল। সেয়েহে ভাৰতৰ অন্যান্য প্ৰান্তৰ লগত অসমৰ ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক ক্ষেত্ৰৰ আদান-প্ৰদান আছিল নিচেই সামান্য। ইংৰাজ আমোলৰ পাছৰপৰাহে লাহে এই যোগসূত্ৰ স্থাপন হৈছিল। ভাৰতৰ অন্যান্য প্ৰদেশতকৈ অসম সৰ্ব্বশেষত বৃটিছৰ আয়ত্তাধীন হোৱাৰ ফলস্বৰূপে পশ্চিমীয়া শিক্ষা-সভ্যতাত অভ্যস্ত হোৱাত পলম হোৱাৰ লগতে সৰ্ব্বভাৰতীয় ভাবাদৰ্শৰ অংশীদাৰ হওঁতেও পলম হয়। অৱশ্যে এইটো কথাও ঠিক যে তেতিয়ালৈকে ভাৰতীয় লোকৰ নাগৰিক চেতনাতকৈ প্ৰাদেশিক চেতনাই আছিল উৰ্ব্বৰ। পৰিবহন আৰু যোগাযোগৰ অসুবিধাই এনে অৱস্থাৰ সৃষ্টিত ইন্ধন যোগাইছিল। বিদেশী শাসন যন্ত্ৰইও ভেদনীতি চালু ৰাখিবৰ কাৰণে ভাৰতৰ অন্যান্য অঞ্চলৰ লগত উত্তৰ পূৰ্বাঞ্চলৰ সমন্বয়তকৈ বিচ্ছিন্নতাৰ মনোভাৱ গঢ়ি তোলাবহে ব্যৱস্থা লৈছিল। তাৰ ফলত ভাৰতৰ সুমলী জী অসম হৈ পৰিছিল অনাদৃত আৰু অৱহেলিত। ফলত হীনমন্যতাবোধে অসমীয়াৰ অন্তৰত গাজপুলি বহিছিল। জাতীয় চৰিত্ৰত এনে আত্ম-সংকোচন প্ৰগতিৰ পৰিপন্থী।

ভাৰতীয় জাতীয় চেতনাবো উদ্বুদ্ধ নোহোৱাৰ কাৰণে কেৱল অসমীয়াসকলৰ সংকীৰ্ণমন্যতাৰ দোহাই দিলেই নহব; অসমতে থকা অনা-অসমীয়া সকলৰো দৃষ্টিভংগি বহল নাছিল। বহুতে শাসক গোষ্ঠীৰ দৰেই অসমক উপনিবেশ ৰূপেহে গ্ৰহণ কৰিছিল। অসমীয়াৰ সৰলতা, অনমনীয়তা আৰু নিষ্ক্ৰিয়তাই সেই সকলক শোষণৰ অবাধ সুবিধা দান কৰিছিল। অসমীয়া ভাষা কৃষ্টি-প্ৰতি অৱজ্ঞাশীল মনোভাৱ লৈ সৰিলমিলৰ মাজেৰে অসমীয়া সংস্কৃতিক সবল কৰি

তোলাৰ প্ৰৱণতা এটা। ফলত তেওঁলোকৰ অন্তৰত থকা ই'লে অসমীয়াই বহুত দুৰ্য্যোগৰ পৰা হাত সাৰি ক্ৰমোন্নতিৰ পথত আগবাঢ়ি যাব পাৰিলেহেঁতেন। কিন্তু কৰ্মক্ষেত্ৰত তাৰ বিপৰীতহে হ'ল। ফলস্বৰূপে এনে সুবিধাবাদীসকলক স্বদেশী বা আপোন বুলি ভবাৰ মানসিকতা অসমীয়াৰ মনত সৃষ্টি নহ'ল। বৰং সেই সকলৰ প্ৰতি সন্দেহ, ভয়, অবিশ্বাস আৰু ঘৃণাৰ ভাবেহে অন্তৰত স্থিতি লাভ কৰিলে।

১৮৫৭ চনত সংঘটিত হোৱা চিপাহী বিদ্ৰোহে সমগ্ৰ ভাৰতক জাতীয় চেতনাবে উদ্‌বুদ্ধ কৰিছিল যদিও অসমত তাৰ প্ৰভাৱ ব্যাপক নাছিল। মণিৰাম দেৱানৰ বিদ্ৰোহ আছিল কেৱল অসমৰ স্বতন্ত্ৰতাৰ কাৰণেহে। চিপাহী বিদ্ৰোহৰ লগত হোৱা মণিৰামৰ যোগসূত্ৰ আছিল আকস্মিক আৰু কাকতালীয়। প্ৰকৃতপক্ষে, ১৮৮৫ চনৰ ডিচেম্বৰ মাহত ভাৰতীয় জাতীয় কংগ্ৰেছ স্থাপন হোৱাৰ পাছৰ পৰাহে অসমৰ ভাৰতীয় আদৰ্শ আৰু চিন্তা-চৰ্চ্চাৰ লগত পৰিচয় হোৱাৰ সুযোগ প্ৰশস্ত হৈছিল। গতিকে ভাৰতীয় জাতীয়তাবাদৰ লগত অসমীয়াৰ একাত্মবোধৰ ইতিহাস এক শতাব্দীৰ বেছি পুৰণি নহয়। বিদেশী বস্ত্ৰ বৰ্জনৰ আন্দোলন, ১৯২০ চনত আৰম্ভ হোৱা অসহযোগ আন্দোলন আৰু মহাত্মা গান্ধীৰ অসম ভ্ৰমণে অসমীয়াক ভাৰতৰ স্বাধীনতা যুদ্ধত উবুৰি খাই পৰিবলৈ সুযোগ আৰু প্ৰেৰণা দান কৰে। স্বাধীনতা আন্দোলনৰ ঢৌত উটি ভাঁহি ক্ৰমে অসমৰ নেতৃবৃন্দ অসমৰ নিজৰ সমস্যাবোৰৰ প্ৰতি আওকণীয়া হৈ পৰে। একমাত্ৰ অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী আছিল তাৰ ব্যতিক্ৰম।

ভাৰতীয় জাতীয় কংগ্ৰেছৰ উৎপত্তি হোৱাৰ কালতে অৰ্থাৎ ১৮৮৫ চনৰ ডিচেম্বৰ মাহতে অম্বিকাগিৰী ৰায়চৌধুৰীৰ জন্ম। ১৯০৪ চনৰ বংগভংগ আন্দোলনৰ সময়ত এনাৰ্কিষ্ট দল গঠন কৰি, ইংৰাজৰ ক্লাব ঘৰত অগ্নি-সংযোগ কৰি, 'বন্দিনী ভাৰত' লিখি, [illegible]

বাঘৰ আগতেল খোৱা পঢ়াশলীয়া ছাত্ৰ অম্বিকাগিৰী ৰায়চৌধুৰী বৰপেটাত অন্তৰীণ হৈ থাকিবৰ পৰা ১৯৬৭ চনৰ ২ জানুৱাৰীত দেহাৱসান হোৱালৈকে অসমৰ জাতীয় বুৰঞ্জীত এক অবিস্মৰণীয় নাম। পিতামহ ভীষ্মৰ দৰেই সিংহ বিক্ৰমেৰে অসমৰ প্ৰতিটো সংকটৰ সন্মুখীন হৈ পৌৰুষ আত্মশক্তিৰ পৰিচয় দি, অসমীয়াৰ অস্তিত্ব বিলোপকাৰী প্ৰক্ৰিয়াটোক আংশিকভাৱে হলেও বিফল কৰি থৈ গ'ল। কিন্তু আনৰ কথা বাদেই, আমাৰ নিজৰ মানুহ বহুতেই তেওঁক ভুল বুজিলে। অত্যধিক স্বদেশপ্ৰেম আৰু মানৱতাবাদৰ উপহাৰ স্বৰূপে তেওঁ লাভ কৰিলে— প্ৰাদেশিকতাবাদী, সংকীৰ্ণতাবাদী, তথা বঙাল খেদা আন্দোলনৰ নেতা আদি বিশেষণ। 'জগতৰ শেষ আদৰ্শ আৰু বিশ্বশান্তি স্থাপনৰ পথ' বিচৰা মানুহজন কিহৰ বাবে অসম আৰু অসমীয়াৰ স্বাৰ্থৰ অতন্দ্ৰ প্ৰহৰীৰ ৰূপত অৱতীৰ্ণ হব লগা হ'ল, সেই কথা তেওঁৰ সমসাময়িক বহুতেই উপলব্ধি কৰিব নোৱাৰিলে। আচলতে ৰায়চৌধুৰীৰ দৰে দূৰদৃষ্টি আৰু আত্মত্যাগৰ সাহস নথকাৰ কাৰণেই আনসকলে তেওঁক তেওঁৰ 'সংৰক্ষিণী দৰ্শন' অনুযায়ী কৰ্মক্ষেত্ৰত আগবাঢ়ি যোৱাত সঁহাৰি জনাব নোৱাৰিলে।

প্ৰেম, দেশপ্ৰেম আৰু সাহিত্যপ্ৰেম— এই তিনিওটা ধাৰা প্ৰায় একে সময়তে ৰায়চৌধুৰীৰ অন্তৰত সংক্ৰমিত হৈছিল। নিজহাতৰ আঙুলি কাটি হাঁহিমুখে প্ৰেয়সীক উপহাৰ দিব পৰা ব্যক্তিগত প্ৰেমক স্বদেশপ্ৰেমৰ বেদীত আহুতি দি, মধুৰ অতীন্দ্ৰিয় অনুভূতিময় 'তুমি', 'বীণা'ৰ কোমল, কান্ত কাব্য সুষমাৰ বিৰাট সম্ভাৰক 'আহুতি' আৰু 'ডেকা-ডেকেৰীৰ বেদ'ৰ শব্দাড়ম্বৰপূৰ্ণ কঠুৱা কাব্যলৈ ৰূপান্তৰিত কৰি, সাহিত্যকো স্বদেশ প্ৰেমৰ মন্ত্ৰত দীক্ষিত কৰি, কেৱল জাতীয় চেতনাৰ বৰ্তিসমূহক অনিৰ্বাণ ৰখাই তাৰ শিখাতেই আত্মদাহ দিয়া অম্বিকাগিৰী ৰায়চৌধুৰী আছিল সঁচাকৈয়ে এক বিৰল ব্যক্তিত্ব। তেওঁৰ প্ৰতিটো কামতেই নিহিত হৈ আছিল এক

প্ৰত্যাহ্বান। প্ৰেম, দেশপ্ৰেম আৰু সাহিত্য এই তিনিও ক্ষেত্ৰতে তাৰ অগ্নিস্ফুলিঙ্গ বিচ্ছুৰিত হৈছিল। দুঃসাহস, পৌৰুষ, আত্মবিশ্বাস আৰু স্বাৰ্থত্যাগৰ মাহাত্ম্য আছিল কাৰণেই জাতীয় দেহত আঘাত কৰিব পৰা প্ৰতিটো অন্যায়ৰ বিৰুদ্ধে প্ৰত্যাহ্বান জনাবলৈ বীৰদৰ্পে আগবাঢ়ি যাব পাৰিছিল। ৰাজনীতি, সমাজনীতি, অৰ্থনীতি, সঙ্গীত, শিক্ষা, শিল্প, বাণিজ্য, সাহিত্য আদি বহু বিষয়ত গভীৰ অন্তৰ্দৃষ্টি থকা এই লোকজন বহু বিচিত্ৰ গুণৰ অধিকাৰী আছিল। কিন্তু তাৰ পৰ্যালোচনা এই নিবন্ধত নিষ্প্ৰয়োজন।

ৰায়চৌধুৰীয়ে সন্ত্ৰাসবাদেৰে আৰম্ভ কৰা ৰাজনৈতিক পন্থা অতি সোনকালে পৰিহাৰ কৰিছিল। কাৰণ, তেওঁ উপলব্ধি কৰিব পাৰিছিল যে হিংসাক আশ্ৰয় কৰি কোনো মহৎ লক্ষ্যত উপনীত হব নোৱাৰি সেইবাবে তেওঁ অতি নিঃস্ব অৱস্থাতেই ১৯১৮ চনত অকণা প্ৰেছ স্থাপন কৰি, 'চেতনা'ৰ সম্পাদনাৰে অসমীয়াৰ জাতীয় চেতনা জগাই তোলাৰ প্ৰয়াস কৰিছিল। ১৯২০ চনত তেওঁ গান্ধীজীৰ সাহচৰ্য্য লাভ কৰি, কংগ্ৰেছৰ সক্ৰিয় সদস্যৰূপে অসহযোগ আন্দোলনত অংশ গ্ৰহণ কৰি, সশ্ৰম কাৰাদণ্ড ভোগ কৰিছিল। ১৯২৬ চনত পাণ্ডুত অনুষ্ঠিত হোৱা কংগ্ৰেছৰ জাতীয় মহাসভাত 'সমবেত বিৰাট নৰনাৰায়ণক সাদৰ অভ্যৰ্থনা জনাইছিল পাছতে সেই সভামণ্ডপতে তেওঁৰ 'অসম সংৰক্ষিণী সভা' প্ৰতিষ্ঠা কৰিবলৈ বাধ্য হয়। কাৰণ, তেওঁৰ উপলব্ধি হৈছিল সৰ্ব্ব-ভাৰতীয় নেতাসকল অসমৰ স্থানীয় সমস্যা সমাধানৰ প্ৰতি আগ্ৰহশীল নহয়। আনকালে নানা দূৰ ঠাইৰপৰা অসমীয়াৰ স্বাৰ্থবিৰোধী অনেক লোক আহি, অসমৰ চাকৰি, বাণিজ্য, স্থানীয় লোকৰ মাটি-বাৰী আদি দখল কৰি, বহুলভাৱে বিয়পি পৰি অসমীয়াৰ অস্তিত্ব বিলুপ্তিৰ কাৰণ কৰিছে। এনে পৰিস্থিতিত অসমীয়া লোকৰ সপক্ষে মাত মাতোতা লোকৰ অভাৱ লক্ষ্য কৰিয়েই তেওঁ কেইজনমান সমভাবাপন্ন লোকৰ সহযোগিত উক্ত কাৰ্য্যপন্থা গ্ৰহণ

কৰিবলৈ বাধ্য হয়। সেয়ে তেওঁ কংগ্ৰেছ কৰ্মী হৈও কংগ্ৰেছৰ নীতি আৰু নেতৃত্বক সমালোচনা কৰিবলৈ কুণ্ঠাবোধ নকৰিছিল আৰু স্বকীয় কাৰ্যপন্থা গ্ৰহণ কৰি বহুতৰে অপ্ৰিয়ভাজন হৈ পৰিছিল।

ৰায় চৌধুৰীৰ ৰাজনৈতিক দৃষ্টিভঙ্গি আছিল বাস্তব। সেই সময়ত তেওঁৰ মতবাদ সংকীৰ্ণ বুলি তুচ্চ তাচ্ছিল্য কৰিছিল যদিও আজি তেওঁৰ মতবাদৰ বাস্তৱতা সকলোৱে হৃদয়ঙ্গম কৰিব পাৰিছে। তেওঁ ভাবিছিল, ভাৰতৰ দৰে এখন বিশাল ৰাষ্ট্ৰক সমৃদ্ধিশালী কৰিবলৈ হ'লে আগতে প্ৰাদেশিক সমস্যাবোৰ ভালদৰে সমাধান কৰি লব লাগিব। দেহৰ চুটামান অঙ্গক অপুষ্ট ৰাখি আনবোৰক পৰিপুষ্ট কৰিব বিচাৰিলে শৰীৰ পঙ্গু হৈয়ে ৰ'ব আৰু তেনে শৰীৰে আনৰ আক্ৰমণ প্ৰতিৰোধ কৰাৰ ক্ষমতা নেথাকিব। ভাৰত শক্তিশালী হবলৈ হ'লে তাৰ অঙ্গ-প্ৰত্যঙ্গ স্বৰূপ ৰাজ্যবোৰো শক্তিশালী কৰিব লাগিব। ৰায়চৌধুৰীৰ এই বাস্তৱ দৃষ্টিভঙ্গিক অৱহেলা কৰাৰ পৰিণাম তেওঁৰ মৃত্যুৰ পাঁচ বছৰমানৰ পিছতেই ভোগ কৰিব লগা হৈছিল। অসম তথা সমগ্ৰ পূৰ্বাঞ্চলক দুৰ্বল কৰি ৰখাৰ হেতুকেই ১৯৬২ চনত হোৱা চীনৰ আক্ৰমণত ভাৰতে শোচনীয় পৰাজয় বৰণ কৰিব লগা হৈছিল। কিন্তু ভাৰতে বুৰঞ্জীৰপৰা এতিয়াও শিক্ষা গ্ৰহণ কৰিব পৰা নাই। উত্তৰ-পূৰ্বাঞ্চলক খণ্ড-বিখণ্ড কৰি, বিভিন্ন জনগোষ্ঠীৰ মাজত বিচ্ছিন্নতাৰ বীজ ৰোপন কৰি, অৰ্থনৈতিক উন্নয়ন আৰু ঔদ্যোগিক বিকাশৰ কালে পিঠি দি ভাৰতৰ সাৰ্বভৌমত্ব হেৰুৱাৰ পৰাকৈ বুৰঞ্জীৰ পুনৰাবৃত্তি হোৱাৰ পথ উন্মুক্ত কৰি ৰাখিছে। এনেকৈও কব পাৰি যে, অম্বিকাগিৰী ৰায়চৌধুৰীয়ে অসমীয়াৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে কৰা সংগ্ৰাম ভাৰতৰ ঐক্য আৰু স্বাধীনতা ৰক্ষাৰেই নামান্তৰ আছিল।

নানা নদ-নদী-উপনদীৰে উৰ্বৰা অসমৰ পতিত মাটি, চৰ আৰু বনাঞ্চলে পূৰ্ববঙ্গৰ কৃষিজীৱি মুছলমানসকলক আৰু লগতে নেপালী

জনগোষ্ঠীকো ৰাককৈয়ে আকৰ্ষিত কৰিছিল। ব্যৱসায়-বাণিজ্য, চাকৰি আৰু জীৱিকাৰ অন্যান্য উপায় বিচাৰি অহা মাৰোৱাৰী, পাঞ্জাবী, বিহাৰী, চাহবাগিছাৰ বনুৱা আদিৰ বাহিৰেও মাজে মাজে হৈ থকা সাম্প্ৰদায়িক সংঘৰ্ষৰ ফলত চামে চামে হিন্দু বঙালীবো অসমলৈ সোঁত বৈছিল। এইদৰে অবাধে জন-প্ৰব্ৰজন হৈ থকাত অসমৰ জনসংখ্যাই ভাৰসাম্য হেৰুৱাই অৱস্থা কেবেজাওকৈ গুটি দীঘল যেন হৈছিল। ১৯২৮ চনতে চৰকাৰে ৰাজহৰ আশাত সংৰক্ষিত ভুকম- বোৰ পমুৱাৰ কাৰণে মুকলি কৰি দিছিল। "১৯১১ চনত বৰপেটা মহকুমাৰ মুঠ জনসংখ্যাৰ ০'১ শতাংশ লোকহে মুছলমান সম্প্ৰদায়ৰ আছিল, তিনি দশকৰ পাছত ১৯৪১ চনত এই সংখ্যা ৪৯ শতাংশলৈ বাঢ়িল। ১৯৩৬ চনৰ ভিতৰত কেৱল নগাওঁ জিলাৰে ৫'৪১ একৰ মাটিৰ ২ লাখ একৰবো অধিক মাটি পমুৱাসকলে দখল কৰি ল'লে।"[১] পমুৱাসকলক একোটা নিৰ্দ্দিষ্ট এলেকাৰ ভিতৰত আবদ্ধ কৰি ৰাখিবৰ কাৰণে চৰকাৰে গ্ৰহণ কৰা লাইন প্ৰথাৰ ব্যৱস্থা বিভিন্ন মহলৰ প্ৰতিবাদত বাতিল কৰিব লগা হয়। এনেদৰেই সৰ্ব্বভাৰতীয় স্বাৰ্থৰ দোহাই দি ৰাজনৈতিক নেতাসকলে এটা জাতিৰ অস্তিত্ব বিলুপ্তিৰ খেল খেলিলে। ৰাজনৈতিক স্বাৰ্থ, সাম্প্ৰদায়িক স্বাৰ্থ, দলীয় স্বাৰ্থ, দালাল মহাজনৰ স্বাৰ্থ, কম মজুৰিত বনুৱা লাভৰ স্বাৰ্থ আদি নানা স্বাৰ্থ জানিত কাৰণেও প্ৰব্ৰজনৰ বাট সুগম কৰিলে। ৰবদলৈ মন্ত্ৰীসভাৰ পদত্যাগত, মুচলীম লীগৰ সহযোগত চাদুল্লা মন্ত্ৰীসভা গঠন হোৱাত প্ৰব্ৰজনকাৰীসকলক পাখীৰতে ম'হৰ খুটি হ'ল। কিছু- মান স্বাৰ্থ জড়িত লোকৰ উচতনিত এচাম পমুৱাই ওজগোৰে নাচিবলৈ ধৰিলে। অসমত বসবাস কৰাৰ সাংবিধানিক অধিকাৰ

---

১. 'অসমৰ জনপ্ৰব্ৰজন আৰু অম্বিকাগিৰী,' স্মৃতিগ্ৰন্থ, অম্বিকাগিৰী ৰায়চৌধুৰী জন্ম-শতবাৰ্ষিকী, বৰপেটা পৃষ্ঠা.১২০

দাবী কৰিলে। অসমৰ বুকুত খিতাপি লবলৈ সুবিধা পাই এওঁলে অসমক সাঙুৰি লৈ বৃহত্তৰ বাংলা আৰু মানদণ্ডে পাকিস্তান গঠনৰ সপোন দেখিলে। চুকত থাকি বুকুত কামুৰিব পৰা এইসকলৰ স্বপ্নমোহাবেশ আজিও ভঙ্গ হৈছে বুলি কব নোৱাৰি। এনেখোৰ সম্মুখত অসমৰ অন্ধকাৰ ভৱিষ্যতৰ কথা অম্বিকাগিৰী ৰায়চৌধুৰীয়ে যিমান গভীৰভাৱে উপলব্ধি কৰিছিল, আনসকলেও উপলব্ধি তেনে হোৱা হলে হয়তো অসমে বিদেশী নাগৰিকৰ এনে বিড়ম্বনাপূৰ্ণ সমস্যাৰ মুখামুখি হব লগা নহলহেঁতেন।

ভাষিক আৰু সাংস্কৃতিক সমন্বয়লৈ লক্ষ্য নাৰাখি আহোম যুগৰ ভৌগলিক পৰিসীমা বৃটিছ যুগত শ্ৰীহট্টৰপৰা অৰুণাচল পৰ্যন্ত সামৰি অস্বাভাৱিক ভাবে বিস্তৃত হোৱাত সি অসমৰ অস্তিত্ব ৰক্ষাৰ পৰিপন্থী হৈ পৰে। বঙালী সংস্কৃতিৰ প্ৰতিভূ শ্ৰীহট্ট জিলাক অসমৰ মানচিত্ৰৰপৰা বাদ দিবৰ বাবে ১৯২৮ চনৰপৰা সুদীৰ্ঘ ১১ বছৰ কাল যুঁজ দিব লগা হয়। এই বিষয়ত কৃতকাৰ্যতা লাভ কৰাৰ মূলতে আছিল ৰায়চৌধুৰীৰ অশেষ চেষ্টা আৰু অক্লান্ত পৰিশ্ৰম। আনকালে অসমৰ লগত সাংস্কৃতিক লেন-দেন থকা পাৰ্বত্য অঞ্চল সমূহক পৰৱৰ্ত্তী কালত অসমৰ বুকু কাটি আঁতৰাই নিয়া কাৰ্য অসমীয়াৰ বাবে পৰিতাপৰ বিষয় হৈ ৰ'ল। অসমৰ অঙ্গচ্ছেদনৰ অন্তৰালতো আছিল চক্ৰান্তকাৰী এক অনা-অসমীয়া চক্ৰৰ উচতনি।

ৰাজনৈতিক ক্ষমতা, নেতৃত্ব, স্বাৰ্থ বা ধন-দৌলতৰ প্ৰতি অকণো দুৰ্বলতা নৰখাকৈ একোটা আন্দোলন সফল কৰিবলৈ যোৱাতো বৰ দুৰূহ কাম। চিঠি, টেলিগ্ৰাম, খবৰপত্ৰ-সজাতীদল, সভাসমিতি আৰু সংবাদ পত্ৰই আছিল ৰায়চৌধুৰীৰ সংগ্ৰামৰ ঘাই অস্ত্ৰ। নিষ্ঠা আৰু নিয়মানুবৰ্তিতাৰপৰা সামান্য ইফাল-সিফাল হলে কাজিয়া কৰা ৰায়চৌধুৰীৰ চাৰিত্ৰিক বৈশিষ্ট্যই বহুতক অসন্তুষ্ট কৰাৰ লগতে তেওঁৰ সংগঠনো দুৰ্বল কৰিছিল। কোনো দুৰ্যোগতে ভাগিপৰা

বিধৰ লোক নাছিল অম্বিকাগিৰী। 'অসম সংৰক্ষিনী সভা' ভাঙি যোৱাত ১৯৩৬ চনত 'অসম জাতীয় মহাসভা' নামেৰে এটি শক্তিশালী অনুষ্ঠান গঠন কৰি আৰু 'ডেকা অসম' কাকতৰ সম্পাদনাৰ মাধ্যমেৰে প্ৰব্ৰজন বিৰোধী আন্দোলন আৰু ব্যাপক কৰি তুলিলে। কিন্তু তেতিয়াৰ ৰাজনৈতিক বতাহ প্ৰব্ৰজনকাৰী সকলৰ অনুকূলে বোৱাৰ কাৰণে বিকল্প ব্যৱস্থা হিচাপে এটি অতি বাস্তব পন্থা গ্ৰহণ কৰিলে। অনা-অসমীয়া সকলক অসমীয়া ভাষা-কৃষ্টি গ্ৰহণ কৰোৱাই অসমীয়া জাতিসত্বাৰ লগত একত্ৰ কৰি এটি সবল অসমীয়া জাতি গঠনৰ পৰিকল্পনা কৰিলে। এই উদ্দেশ্যে তেওঁ সহযোগীসকলৰ সৈতে প্ৰচাৰ কাৰ্য চলাই বহুখিনি সফলতাও লাভ কৰিলে। বহুতো পমুৱা ন-অসমীয়া হ'ল। এনে চেষ্টাৰ ফলতেই ১৯৪১ চনৰ লোকপিয়লত অসমীয়া অসমত সংখ্যালঘু বুলি প্ৰতিপন্ন কৰিবলৈ কৰা অপচেষ্টা বিফল কৰিবলৈ সমৰ্থ হ'ল। ৰায়চৌধুৰীয়ে অসমৰ সকলো অঞ্চলতে অসমীয়া ভাষাৰ মাধ্যমেৰে শিক্ষাদান কৰাৰ ওপৰত গুৰুত্বদান কৰি প্ৰচাৰ কাৰ্য চলাই আহিছিল আৰু অনা-অসমীয়া অধ্যুষিত কিছুমান অঞ্চলত অসমীয়া মাধ্যম গ্ৰহণ কৰাবলৈ সমৰ্থ হৈছিল। বৰ্তমান গুৱাহাটীৰ মণিপুৰী বস্তিত থকা অসমীয়া মাধ্যমৰ প্ৰাথমিক বিদ্যালয়খন ৰায়চৌধুৰীৰ যত্নতেই স্থাপিত হৈছিল। অসমীয়া মাধ্যমেৰে শিক্ষাদান কাৰ্যত হিন্দু বঙালীসকলে আৰম্ভণিৰপৰাই বিশেষভাবে বাধাদান কৰি আহিছিল। এসময়ত তেওঁলোকে কাছাৰ আৰু গোৱালপাৰা জিলাত বঙালী মাধ্যমেৰে ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাকী জিলা কেইখনত অসমীয়া-বঙালী আৰু হিন্দী ভাষাৰ জৰিয়তে শিক্ষাদানৰ কাৰণে দাবী তুলিছিল। কলিকতীয়া বাতৰি কাকতবোৰে এনেবোৰ কাৰ্যত বিভেদৰ বহ্নি জ্বলাই দিয়াত যথেষ্ট ইন্ধন যোগাইছিল। আৰম্ভণিৰপৰাই অসমৰ চুকে কোণে, পৰ্ব্বতে-ভৈয়ামে অসমীয়া ভাষাৰে শিক্ষাদানৰ ব্যৱস্থা কৰিব পৰা হলে অসমৰ সমস্যা জটিল-

থিনি পাতল হ'লহেঁতেন।

ত্রিশৰ দশকটো প্ৰব্ৰজন' সীমিতকৰণ, ভূমিচাইল্ডৰ সূত্ৰ নিৰ্ণয়, চিলেট কাছাৰ, গোৱালপাৰা এৰা ধৰাৰ যুঁজ, ভাষাৰ মাধ্যম, লোক-পিয়ল, আইন অমান্য আন্দোলন, ১৯৩৭ চনৰ নিৰ্বাচনৰপৰা কংগ্ৰেছ আৰু মুছলীম লীগৰ খেৱাকামোৰা আদি বিভিন্ন সমস্যাৰজীৰ মাজেৰে পাৰ হয়। ১৯৩৯ চনৰপৰা আৰম্ভ হ'ল ২য় বিশ্বমহাযুদ্ধ আৰু তাৰ লগে লগে বিয়াল্লিশৰ গণ-বিপ্লৱ। যুদ্ধৰ-আতঙ্ক, অনাটন, মূল্যবৃদ্ধি, চোৰাং কাৰবাৰ, গণ-বিপ্লৱৰ ঢৌ, পুলিচ-মিলিটেৰীৰ অত্যাচাৰ-অনাচাৰ আদিৰ মাজত অসমৰ সমস্যাবোৰ তল পৰি গ'ল। যুদ্ধ শাম কটাৰ পাছতে ভাৰতৰ স্বাধীনতালাভৰ সম্ভাৱনা ওচৰ চাপি আহিল। কিন্তু জিন্না চাহাবৰ নেতৃত্বত মুছলীম লীগে পাকিস্তানৰ দাবী তোলাত বৃটিছ মন্ত্ৰী মিছনে ভাৰতৰ অখণ্ডতা ৰক্ষাৰ অজুহাত দেখুৱাই গ্ৰুপিং আঁচনি দাঙি ধৰে। অসম আৰু বঙ্গদেশ গ-গ্ৰুপৰ অন্তৰ্ভুক্ত হয়। এই আঁচনি সফল হোৱা হলে অসম নিশ্চিতভাবে পাকিস্তানৰ অন্তৰ্ভুক্তহৈ থাকিব লগা হ'লহেঁতেন। কংগ্ৰেছ ৱৰ্কিং কমিটি এই আঁচনি মানি লোৱাৰে পক্ষপাতী আছিল। ৰায়চৌধুৰীয়ে আৰম্ভণিৰপৰা ঘোৰ প্ৰতিবাদ কৰি অসমত তীব্ৰ আন্দোলনৰ সৃষ্টি কৰিছিল। অৱশেষত লোকপ্ৰিয় বৰদলৈৰ নেতৃত্বত অসমে এই গ্ৰুপিং অক্টোপাচৰ কৱলৰপৰা মুক্তিলাভ কৰিবলৈ সক্ষম হৈছিল। এই গ্ৰুপিং আঁচনি ব্যৰ্থকৰণ ৰায়চৌধুৰীৰ এক বিৰাট সাফল্য বুলি কব পাৰি।

মুছলীম লীগে পাকিস্তানৰ দাবীত প্ৰত্যক্ষ সংগ্ৰাম আৰম্ভ কৰিলে। সাম্প্ৰদায়িক সংঘৰ্ষত তেজৰ নৈ বৈ গ'ল। পূৰ্ববঙ্গৰপৰা পৰা জাকে জাকে হিন্দু ভগনীয়া আহি অসম ভৰি পৰিল। 'পাকিস্তানী নেতা মৌলানা ভাছানীয়ে ৬৫ হাজাৰ মুজাহিদ সেনাৰ দ্বাৰা অসমতো প্ৰত্যক্ষ সংগ্ৰাম চলোৱাৰ ভাবুকি দিয়াত অসমীয়াৰ

জাতীয় আত্মৰক্ষাৰ বাবে অসম জাতীয় মহাসভাৰ পক্ষৰপৰা দুই লাখ আত্মৰক্ষাৰ 'অসম আত্মৰক্ষী বাহিনী' গঠনৰ আঁচনি হাতত লৈছিল"[২] ৰায়চৌধুৰীৰ যত্ন আৰু তৎপৰতাৰ কাৰণেই অসম সাম্ভাব্য সাম্প্ৰদায়িক সংঘৰ্ষৰপৰা ৰক্ষা পৰিছিল। অৱশেষত ভাৰতক দ্বিখণ্ডিত কৰি ইংৰাজে ভাৰতক স্বাধীনতা দান কৰিলে। গোৱাল-পাৰাক পাকিস্তানৰ অন্তৰ্ভুক্ত হোৱাৰপৰা ৰচাবলৈ ৰায়চৌধুৰী সমৰ্থ হ'ল। সমস্যাৰ অগ্নিগৰ্ভলৈ নিজকে নীৰৱে আগবঢ়াই দি অসমেও স্বাধীনতাৰ সোৱাদ লাভ কৰিলে।

অসমীয়াৰ ভাষা আৰু স্বকীয়তা ৰক্ষাৰ সংগ্ৰামত সংশ্লিষ্ট সকলো বিষয়ৰ ওপৰতে ৰায়চৌধুৰীয়ে গুৰুত্ব আৰোপ কৰিছিল। অসমত অৱস্থিত কেন্দ্ৰীয় কাৰ্যালয়সমূহত অসমীয়াৰ চাকৰি প্ৰাপ্তি, ঠিকা-ব্যৱসায় আদিত অসমীয়াৰ ন্যায্যস্থান, খলুৱা আৰু খিলঞ্জীয়া লোকসকলৰ মাটিবাৰী বাহিৰাগতৰ কৱলত নপৰাৰ বাবে চেষ্টা, হিন্দু বা মুছলমানৰ সম্প্ৰীতি অব্যাহত ৰখা, ব্যৱসায়-বাণিজ্য শিল্প কৰ্মৰ প্ৰতি অসমীয়াক আগ্ৰহান্বিত কৰি তোলা, এলাহ ত্যাগ কৰি কৰ্মঠ আৰু সাহসী হবলৈ উদ্‌গণি দিয়া, অসমীয়াৰ নৈতিক চৰিত্ৰৰ উন্নয়ন কৰা ইত্যাদি সকলোৰপৰ সকলো দিশৰ প্ৰতি তেওঁৰ দৃষ্টি প্ৰসাৰিত হৈছিল।

স্বাধীনতাৰ পৰবৰ্তী কালতো অসম কম সমস্যাৰ সন্মুখীন হব লগা হোৱা নাই। ১৯৫০ চনৰ ভূমিকম্পই অনা দুৰ্যোগ, প্ৰায় প্ৰতিবছৰে হোৱা প্ৰলয়ঙ্কৰী বানপানী মূল্যবৃদ্ধি, ভেজাল, ১৯৫৫ চনৰ ভাষাভিত্তিক ৰাজ্য পুনৰ্গঠন আয়োগৰ প্ৰতিবেদনৰ ফলস্বৰূপে হব খোজা বিপৰ্যয়; শোধনাগাৰ স্থাপনৰ বাবে হোৱা আন্দোলন, ৰাজ্য ভাষা আন্দোলন আৰু সংঘৰ্ষ, ভাৰত-পাকিস্তান আৰু ভাৰত-

---

২. 'ভগৰিৰী ৰায়চৌধুৰী : অম্বিকাগিৰী আৰু অসম জাতীয় মহাসভা' ; স্মৃতিগ্ৰন্থ, পৃষ্ঠা ১৪৮

চীনৰ যুদ্ধ; বাংলাদেশ সৃষ্টিৰ ফলস্বৰূপে হোৱা অকল্পনীয় ভগনীয়াৰ প্ৰবেশ আৰু সংস্থাপন, নগালেণ্ড, মেঘালয় আদি ৰাজ্যৰ সৃষ্টিৰে অসমৰ অঙ্গচ্ছেদন, শিল্পানুষ্ঠান আৰু উদ্যোগ স্থাপনৰ বাবে কেন্দ্ৰীয় চৰকাৰৰ দৃষ্টি আকৰ্ষণ ইত্যাদি প্ৰায় সকলো সমস্যাতে ৰায়চৌধুৰী ওতঃপ্ৰোতভাৱে জড়িত আছিল।

সাম্প্ৰতিক কালৰ অসমৰ ছৰছৰীয়া বিদেশী নাগৰিক বিতাৰণ-আন্দোলনৰ সময়ত প্ৰতিজন সচেতন অসমীয়াই অসম কেশৰী অম্বিকাগিৰীৰ অভাৱ অনুভৱ কৰিছিল। সেই সময়ত তেওঁ জীৱিত থকা হলে হয়তো আন্দোলনৰ গতি আৰু তীব্ৰতৰ হ'লহেঁতেন। যি ৰায়চৌধুৰীয়ে ডেকাশক্তিৰ ওপৰত অসীম আস্থা স্থাপন কৰিছিল, তেওঁৰ জীৱন কালত সেই ডেকাশক্তি তেওঁ আশা কৰা মতে জাগ্ৰত নহল। তেওঁৰ জীৱন অৱসানৰ প্ৰায় এযুগৰ পাছত স্বয়ংক্ৰিয়ভাৱে সেই ডেকাশক্তি জাগ্ৰত হৈ এক অভূতপূৰ্ব ঐতিহাসিক আন্দোলনৰ সৃষ্টি কৰিলে। সমস্ত অসমীয়া জাতিৰ চেতনা উদ্বুদ্ধকাৰী সেই আন্দোলনৰ ৰূপৰেখা চাই যাবলৈ পোৱা হলে ৰায়চৌধুৰীৰ অতৃপ্ত বেদনাৰ ভালেখিনি উপশম হ'লহেঁতেন। অৱশ্যে এই বিৰাট আন্দোলনৰ ফলশ্ৰুতিও বহুবাৰস্তে লঘুক্ৰিয়া হোৱাৰ উপক্ৰম হৈছে।

# উত্তৰ-স্বাধীনতা কালত অসমৰ সমস্যা আৰু অম্বিকাগিৰী

ধনীন্দ্ৰচন্দ্ৰ বৰুৱা

স্বাধীনতাৰ উত্তৰ কালতে হওক বা পূৰ্ব কালতে হওক অসমৰ সমস্যাৰ লগত অম্বিকাগিৰী সদায় জৰিত আছিল আৰু অসমৰ হকে সংগ্ৰাম কৰিছিল। গতিকে যিকোনো সময়তে অসমৰ সমস্যাৰ বিষয়ে আলোচনা কৰিলে অম্বিকাগিৰীৰ আলোচনা আহি পৰে। সেইদৰে অসমৰ সমস্যাৰ সন্দৰ্ভত কেন্দ্ৰীয় চৰকাৰৰ ব্যৱহাৰৰ স্বৰূপে আলোচনা ভুক্ত হয়। আমি ইয়াত উত্তৰ-স্বাধীনতা কালৰ সমস্যাৰ ভিতৰে আৱদ্ধ থাকিবলৈ যত্ন কৰিম যদিও কিছুমান সমস্যা পূৰ্ব কালৰেপৰা চলি অহা সমস্যা আৰু সেইবোৰৰ বিষয়ে অলপ আভাস দিব লগা হব পাৰে।

আমি কেইটামান প্ৰধান সমস্যাৰ বিষয়ে আলোচনা কৰিম। বৃহত্তৰ বাংলাৰ সপোন দেখা কিছুমান বঙালীলোকে বৃটিছে অসম অধিকাৰ কৰা দিনৰপৰা অসমক বঙ্গদেশৰ অন্তৰ্ভুক্ত কৰিবৰ চেষ্টা কৰিছিল, আৰু আজিও কৰি আছে। দেশ বিভাজনৰ পাছত পূব পাকিস্তানৰ (এতিয়া বাংলাদেশ) পৰা হিন্দু শৰণাৰ্থীৰ প্ৰবল সোঁত অসমলৈ বৰলৈ ধৰে। কেন্দ্ৰীয় চৰকাৰে এই শৰণাৰ্থীসকলক যিমান পাৰে সিমান অসমত সংস্থাপন কৰাৰ চেষ্টা কৰিছিল। কিন্তু অসম চৰকাৰে ইয়াত কোনো প্ৰকাৰে সন্মত নোহোৱাত দুয়ো চৰকাৰৰ আলোচনাক্ৰমে অসমে শেষত ৫ লাখ শৰণাৰ্থী লবলৈ সন্মত হ'ল। কাৰ্যক্ষেত্ৰত অৱশ্যে কেন্দ্ৰীয় চৰকাৰৰ হেঁচাত আৰু অনা-অসমীয়া বিষয়াৰ বুদ্ধিত ১৯৬০

চনলৈ প্ৰায় ৬½ লাখ শৰণাৰ্থী সংস্থাপন কৰা হ'ল। চৰকাৰে সংস্থাপন কৰাৰ বাহিৰেও আৰু কেইবা লাখ শৰণাৰ্থী নিজ চেষ্টাত অসমত মাটিৰ বী কিনি বা চাকৰি আদি সংগ্ৰহ কৰি সংস্থাপিত হ'ল। ইয়াৰ উপৰিও ১৯৬৫ চনত ভাৰত-পাকিস্থানৰ যুদ্ধৰ সময়ত আৰু কেইবা লাখো বঙালী হিন্দু, শৰণাৰ্থী নাম লৈ সোমাল; যুদ্ধৰ শেষতো সেইবোৰৰ কিছু সংখ্যক উভতি নগল। ইয়াৰ অন্তৰালত নিহিত আছিল (এতিয়াও আছে) কিছুমান উগ্ৰ প্ৰাদেশিকতাবাদী ঠেক মনৰ বঙালী নেতাৰ অভিসন্ধি। তেওঁলোকে অসমীয়া ৰাজ্যিক ভাষা কৰিব খোজাৰ সময়ত প্ৰবল আন্দোলন কৰি বাধা দিবৰ চেষ্টা কৰিছিল আৰু পাৰ্বত্য জিলাৰ অধিবাসীসকলক অসমীয়াৰ বিৰুদ্ধে উচটাই দিছিল। ১৯৬০ চনৰ এই ভাষা আন্দোলনতেই বঞ্চিত, সূৰ্য, মোজাম্মিল আৰু অনিল বলি হ্‌বলগীয়া হ'ল। অসমলৈ অহা শৰণাৰ্থীসকলক অসমীয়াই উৎপীড়ন অত্যাচাৰ কৰে বুলি অপপ্ৰচাৰ চলি থকাত চৰকাৰে শ্ৰীপ্ৰকাশ তদন্ত কামটো পাতিছিল। ৰায়চৌধুৰীয়ে নিজে গঠন কৰা অসম জাতীয় মহাসভাই এই কমিটীৰ আগত দিয়া স্মাৰকপত্ৰত লিখা কেইটিমান কথা ইয়াতে উল্লেখ কৰিলোঁ:

১) '২০-১১-৩৫ তাৰিখে তেজপুৰত অসমৰ বাসিন্দা বঙালীসকল এখন ৰাজহুৱা সভাত গোট খাই ঘোষণা কৰে যে বঙালী ভাষা-ভাষী ৫ লাখ হিন্দুৰ মগজ, ২০,০০০ কুৰি হাজাৰ মাৰোৱাৰীৰ ধন সম্পদ, চাহ বাগিচাৰ প্ৰাক্তন বনুৱা ৬ লাখ, বিহাৰী ৫½ লাখ, ভাটিয়া পমুৱা খেতিয়কৰ সহজাত প্ৰবৃত্তি, পৰাক্ৰম মনোবৃত্তিৰ তিনি হাজাৰ শিখ, ১,৪০,০০০ নেপালী আৰু অসমত থিতাপি লোৱা যিসকল আছে সিসকল একগোট হলে এই বহিৰাগত সকলোই নিশ্চয় অসম শাসন কৰিব।" এই একে সুৰতে সুৰ মিলাই ১৭-২৩ নৱেম্বৰত (১৯৮৫ চনৰ) 'ছানডে' (Sunday) মেগাজিনত ভুৱাৰ পত্ৰিতে অসমৰ 'ইউনাইটেড্ মাইনৰিটি ফ্ৰণ্টৰ' কথা উল্লেখ কৰি কৈছে যে সৰ্ব প্ৰথম

বাৰ্বৰ কাৰণে এইবাৰ এই অসংগঠিত আৰু বিভক্ত হৈ থকা সংখ্যালঘু- সকলে নিজৰ ভৱিষ্যত সুৰক্ষা কৰাৰ কাৰণে ক্ষমতা হস্তগত কৰিবলৈ গুৰুত্ব সহকাৰে মনোযোগ দিছে।"

২) ১৯৪৭ চনত বাতৰি কাকত "হিন্দুস্থান ষ্টেণ্ডাৰ্ড" লিখিছিল— "দুৰ্বল, ভীৰু আৰু লোকৰ বশ্যতা মানি থকা অসমীয়াই বহিৰা- ক্ৰমণৰপৰা কেতিয়াও অসমক ৰক্ষা কৰিব নোৱাৰে; যদিহে সাহসী আৰু পৰাক্ৰমী শৰণাৰ্থীসকল অসমৰ এক তিলো মাটি নেৰাকৈ বহি নাযায়।"

৩) ১৯৪৮ চনত 'অমৃত বাজাৰ পত্ৰিকা'ত লিখিছিল: "কলিকতাত ২০ আগষ্ট তাৰিখে বহা এখন বিৰাট জনসভাত সভাপতি এন বক্সিয়ে ঘোষণা কৰে যে যদি অসমৰ বঙালী ভাষা-ভাষী অঞ্চলবোৰ বঙ্গ- দেশৰ লগত শান্তিপূৰ্ণভাৱে চামিল কৰিব নিদিয়ে তেনেহলে বঙালী- সকলে তেওঁলোকৰ দাবী দুৰ্যোৰ যুদ্ধ কৰি হলেও আদায় কৰিব।" ঠিক একে উদ্দেশ্য লৈয়েই ১৯৫৫ চনত 'ৰাজ্য পুণৰ্গঠন কমিচন'ৰ আগত এচাম বঙালীয়ে অবিভক্ত গোৱালপাৰা জিলাৰ কিছু অংশ আৰু কাছাৰ জিলাখন পশ্চিমবঙ্গৰ অন্তৰ্ভুক্ত কৰিবলৈ দাবী জনাইছিল।

পিছে ১৯৫১ চনৰ চেন্সাচত গোৱালপাৰা জিলাৰ আগৰ বহুখিনি ভুল শুধৰাই দিয়াত অসমীয়া সংখ্যাগৰিষ্ঠ হোৱাত কমিচনে তেওঁ- লোকৰ দাবী অগ্ৰাহ্য কৰিলে। কাছাৰত বঙালী সংখ্যাগৰিষ্ঠ আছিল যদিও ভৌগলিক আদি কাৰণত কাছাৰকো অসমৰ লগতে ৰাখিলে।

৪) উত্তৰ-স্বাধীনতা কালৰ কেন্দ্ৰীয় শিক্ষামন্ত্ৰী হুমায়ুন কবিৰে ১৯৪৪ চনত তেওঁৰ লাহেকীয়া আলোচনী "ইণ্ডিয়া"ৰ চেপ্তেম্বৰ সংখ্যাত লিখিছিল: "১০ নিযুত জনসংখ্যাৰ এখন বঙালী ৰাজ্য সহজে অনুমান কৰিব পাৰি। এনে ৰাজ্যখনত বৰ্তমানৰ প্ৰশাসনৰ বঙ্গদেশ, বিহাৰ আৰু অসমৰ সীমান্তত থকা জিলাবোৰ থাকিব। বস্তুতঃ সমগ্ৰ অসম প্ৰদেশখনকে ইয়াৰ লগত সামৰি লব পৰা যায়।"

শ্বেতপ্ৰকাশ কমিটীক দিয়া জাতীয় মহাসভাৰ স্মাৰকপত্ৰত আৰু লিখিছিল— "ধৰ্মৰ ভিত্তিত গঢ়ি তোলা এখন ৰাজ্যৰ উৎপীড়নত পৰি শৰণাৰ্থীসকলে নিজৰ ন্যায্য ঘৰ-বাৰীৰ হকে এখন অন্তৰ্যুদ্ধ (civil war) ঘোষণা কৰাত কি বাধা আছিল? আৰু তেওঁলোকে ভাৰতৰ সহায় বিচাৰিব পাৰিলে হৈ। পূৰ্ববঙ্গখন যেনেকৈ মুছলমানৰ মাতৃভূমি তেনেকৈ তেওঁলোকৰো মাতৃভূমি। যিসকল ভীকৰে নিজৰ ঘৰ-সংসাৰ আৰু আত্ম-সন্মান এৰি হুলস্থূল লগাই লোকৰ শান্তিভঙ্গ কাৰবলৈ আহে তেওঁলোক যলৈকে যায় তাতে গলগ্ৰহ হৈ পৰে।" এয়ে আছিল ৰায়চৌধুৰীৰ উক্তি। শৰণাৰ্থীৰ সমস্যা আজিকোপতি সমাধান হোৱা নাই। এচাম বঙালীৰ মতে বাংলাদেশৰপৰা যিমান হিন্দু অসমলৈ আহিছে বা ভৱিষ্যতেও আহিব তেওঁলোকক ভাৰতীয় নাগৰিক বুলি ধাৰৰ লাগিব আৰু সংস্থাপিত কৰিব লাগিব। মধুলিমায়েৰ নিচিনা কিছুমান সৰ্বভাৰতীয় নেতাৰ স্থান পোৱা লোকেও সেইদৰে কয়। ৮-১১-৮৫ বৰ্ষৰ আঠোট। খণ্ডত 'দ্যা টেলিগ্ৰাফ'ত প্ৰকাশ কৰা তেওঁৰ প্ৰবন্ধত মধুলিমায়ে অসমৰ বিষয়ে চৰকাৰী তথ্য ছপাপে কিছুমান ভুল আৰু বিসঙ্গতিপূৰ্ণ তথ্য দাঙি ধৰি লিখিছে: "পশ্চিম পাকিস্থানৰপৰা অহা শিখাৰণাৰ্থী আৰু সিন্ধু প্ৰদেশৰপৰা অহা হিন্দু বিলাক বিদেশী নহয়। কুলদীপ নায়াৰ, গুজৰাল আৰু পাঞ্জাবী হিন্দুসকলে অসমৰ বঙালী হিন্দুসকলক বিদেশী বুলি অভিহিত কৰাত মোৰ দুখ লাগে।" তেওঁৰ এই উক্তি অসমৰ বিদেশী বহিষ্কাৰৰ বাহ-ভাৰৰ কাৰণে কৰা ছয় বছৰীয়া আন্দোলনৰ সন্দৰ্ভত কৰা বিভ্ৰান্তিকৰ উক্তি। দেশ বিভাজন হোৱাৰ আগৰেপৰা থকা আৰু সংবিধানত স্বীকৃতি দিয়া ১৯-৭-৪৮ তাৰিখৰ আগতে অসমত প্ৰৱেশ কৰা কোনো বঙালী হিন্দু বা মুছলমানক আমি বিদেশী বুলি কোৱা নাই।

শৰণাৰ্থীৰ লগতে অসমত মুছলমান লোকৰ অনুপ্ৰৱেশো চলি আছে। ভাৰত বিখণ্ডিত হোৱাৰ আগৰেপৰা পূৰ্ববঙ্গৰপৰা,

বিশেষকৈ মৈমনছিং জিলাৰপৰা অগণন মুছলমানলোক খেতিৰ মাটি বিচাৰি অসমলৈ আহি আছিল। ছাৰ ছাদুল্লা চৰকাৰে অসমক এখন মুছলিম সংখ্যা গৰিষ্ঠ প্ৰদেশ কৰাৰ অভিপ্ৰায়ে এনেকৈ মুছলমান-লোক অহাত উৎসাহ দিছিল। পিছত ১৯৩৭ চনত বিৰোধী পক্ষ কংগ্ৰেছে খুব হেচা দিয়াত ছাদুল্লা চৰকাৰে ১৯৩৮ চনত এটা কমিটী বহুৱায় আৰু সেই কমিটীৰ পৰামৰ্শমতে ১৯৩৮ চনৰ পাছত পূৰ্ব-বঙ্গৰপৰা আৰু কাকো আহিব নিদিয়াৰ কথা স্থিৰ কৰে। কিন্তু ১৯৪২ চনৰ বিশ্বযুদ্ধত কংগ্ৰেছে মন্ত্ৰীসভা ত্যাগ কৰাত আগৰ সিদ্ধান্ত কাৰ্যকৰী নহল আৰু পূৰ্ববঙ্গৰ পৰা মুছলমানৰ সোঁত বৈয়েই থাকিল। দেশ স্বাধীন হোৱাৰ পাছত আৰু পাকিস্থান গঠন হোৱাৰ পাছত এই বহিৰাগত সমস্যা জটিলতৰ হৈ পৰিল। কাৰণ, পাকিস্থানৰ লোক-সকল এতিয়া বিদেশী নাগৰিকত পৰিণত হ'ল। আগেয়ে অহা মুছলমানসকলৰ প্ৰায়ভাগে অসমীয়া ভাষা-সংস্কৃতি গ্ৰহণ কৰি অসমীয়া হৈ গ'ল। আমাৰ কিছুমান ব্যক্তিয়ে এতিয়া তেওঁলোকক ন-অসমীয়া বুলি আখ্যা দিছে। আমাৰ বোধেৰে তেওঁলোকক অসমীয়া নুবুলি ন অসমীয়া বোলাৰ কোনো যুক্তি নাই। আজি আমাৰ অসমীয়াসকলৰ কিছুমান অতীজৰপৰাই বসবাস কৰি আছে; যেনে, জনজাতীয় লোকসকল। আহোমসকল প্ৰায় ৮০০ বছৰ আগেয়ে আহি সোমাল। তাৰ আগতে বহু হিন্দু ইয়াত বাস কৰিছিল। আৰ্যসকল ভাৰতত সোমাওঁতে তিনিটা সুঁতীত সোমোৱা বুলি কয়। এটা হ'ল উত্তৰ পশ্চিমেদি; আন এটা ভাৰতৰ মাজভাগত নেপালৰ ভিতৰেদি আৰু এটা উত্তৰ-পূৰ্ব ভাৰতেদি অৰ্থাৎ বৰ্তমান অসমৰ ভিতৰেদি। চীন পৰিব্ৰাজক হিউয়েনচাঙো এই বাটেৰেই ভাৰতত সোমায় আৰু সেই বাটেদিয়েই চীনাসকলে অসমৰ তথা ভাৰতৰ ভিতৰেদি আহি ৰোমৰ লগত বেহা-বেপাৰ কৰিছিল। বৰ্তমানে গুৱাহাটীৰ আমবাৰীত পোৱা মাটিৰ টুকুৰা আদি ( terracota ) -ৰপৰা দেখা

যায় যে এই টেৰাকোটাৰ লগত বোমৰ প্ৰায় ২১০০/২২০০ বছৰৰ আগৰ টেৰাকোটাৰ সাদৃশ্য আছে। যি হওক অসমৰ স্থায়ী অসমীয়া বাসিন্দা এইদৰে অসমত সোমাই অসমকে মাতৃভূমি বুলি ধৰি লৈ ইয়াৰ ভাষা-কৃষ্টিৰ লগত জাহ যায়। এনে অৱস্থাত আজি ১০০ বছৰ আগতে সোমাৱা আৰু অসমক মাতৃভূমি বুলি গ্ৰহণ কৰা অসমীয়াসকলক ন-অসমীয়া বোলাৰ কোনো যুক্তিযুক্ত কাৰণ থাকিব নোৱাৰে। কিন্তু দুঃখৰ বিষয় বঙ্গদেশৰপৰা অহা এচাম লোকে অসমক এতিয়াও মাতৃভূমি বুলি কোৱানাই। এইসকলৰ বিষয়ে অম্বিকাগিৰীয়ে অসম সাহিত্য সভাৰ ১৯৫০ চনত মাৰ্ঘেৰিটাত বহা অধিবেশনত সভাপতিৰ আসনৰপৰা এইদৰে কৈছিল: "(১) বঙ্গৰ মৈমনসিঙীয়াই আজি গাওঁ-ভূঁই বেটি ধৰিলে ; (২) বঙালীসকলে ৪/৫ পুৰুষ ধৰি অসমীয়াৰ সহযোগেৰে অসমত প্ৰতিষ্ঠাবান হৈ থাকিও অসমীয়াৰ লগত মিলা-প্ৰীতি ঘটোৱা শান্তিৰ প্ৰস্তাৱলৈ মন নেমেলিলে ; (৩) ধৰ্মগত আৰু ভাষাগত দুয়োটা আক্ৰমণেৰে অসমীয়াৰ অস্তিত্ব হানি কৰি অসমৰ ৰূপান্তৰ ঘটোৱা অভিসন্ধি উদ্যমেৰে চলাই থাকিল ;" ইত্যাদি। আকৌ কৈছিল, "সেইদৰে আজি স্বাধীনতাৰ দিনতো অসমীয়াৰ পৈতৃক ঘৰ-ভেটি, ভাষা-সংস্কৃতি, অৰ্থনীতি, সমাজনীতিৰ সৈতে গোটেইটো অস্তিত্ব বৃটিছৰ দাসত্বৰপৰা মুক্ত হৈ আহি পুনৰ তাৰ প্ৰতি সহানুভূতিহীন আৰু বিদ্বেষ-পৰিপোষণ কৰি থকা আন এজনৰ অধীন হব লগা অৱস্থাত উপস্থিত হ'ল। তথাপিতো অসমীয়াৰ গাত চেতনা নহিল ;" ইত্যাদি। "অসমবাসী মাৰোৱাৰী, উৰিয়া, হিন্দুস্থানী, নেপালী, মাদ্ৰাজী, পাঞ্জাবী, বঙালী ভাইসকলকো সনিৰ্বন্ধ নিবেদন জনাওঁ। আপোনালোকে ভাৰতৰ বিৰাট সংগঠন বিৰাট মঙ্গল আৰু নিৰাপত্তাৰ হকে আৰু ভাৰতৰ অবিচ্ছিন্ন অঙ্গ অসমৰ মঙ্গল আৰু নিৰাপত্তাৰ হকে অসমকেই আপোনালোকৰ

নিজৰ ঘৰ কৰি লওক, অসমীয়াসকলকেই নিজৰ বুলি চামিল হৈ গৌৰবান্বিত হওক।' অম্বিকাগিৰীয়ে ওবে জীৱন এনেকুৱা ভাৱৰ দ্বাৰাই উদ্বুদ্ধ হৈ অসম আৰু অসমীয়াৰ হকে যুঁজ কৰি গ'ল। এই ভাবতেই তেওঁ 'গ্ৰুপিঙৰ বিৰুদ্ধে যুঁজ কৰিছিল। কেবিনেট মিছনে যেতিয়া 'গ্ৰুপিঙৰ প্ৰস্তাৱ দি অসমক বঙ্গদেশৰ লগত এটা গ্ৰুপত ৰাখিব খুজিছিল আৰু জৱাহৰলাল নেহৰু আদি নেতৃবৃন্দই তাত বাধা দিব খোজা নাছিল, তেতিয়া অম্বিকাগিৰীয়ে জাতীয় মহাসভাৰ যোগেদি তাৰ তীব্ৰ প্ৰতিবাদ কৰিছিল। অসম কংগ্ৰেছেও শেষত মহাত্মা গান্ধীৰপৰা প্ৰেৰণা পাই গোপীনাথ বৰদলৈৰ নেতৃত্বত তাৰ প্ৰতিবাদ জনায় আৰু দৰকাৰ হলে কংগ্ৰেছৰপৰা ওলাই আহি সংগ্ৰাম চলাব বুলি কয়। তেতিয়াহে গ্ৰুপিং আৰ্চনি পৰিত্যাৰ কৰিব লগা হ'ল।

স্বাধীনতা লাভ কৰাৰ পাছত কংগ্ৰেছ চৰকাৰে চৰণীয়া বিজাৰ্ভবোৰ বেদখল মুক্ত কৰাৰ কাৰণে কাৰ্যকৰী ব্যৱস্থা হাতত লৈছিল। বৰপেটা মহকুমাধিপতি হিচাপে মোক পঠিয়ায় বৰপেটাৰ বিজাৰ্ভ সমূহ বেদখল মুক্ত কৰাৰ ভাৰ মোৰ ওপৰত অৰ্পণ কৰে। সেই সময়ত অম্বিকাগিৰীয়ে খুব মনোযোগ দি উচ্ছেদ কাৰ্য লক্ষ্য কৰিছিল আৰু চিঠি-পত্ৰৰ যোগেদি মোৰ লগত যোগাযোগ কৰিছিল। দৃঢ়ভাবে কাম কৰাত বিজাৰ্ভবোৰ বেদখলমুক্ত হ'ল। কিন্তু পিছত চৰকাৰৰ সোপাটিলা নীতিত আৰু স্থানীয় বিষয়াসকলৰ অৱহেলাত আকৌ বেদখল আৰম্ভ হ'ল। মুখ্য মন্ত্ৰী চলিহাৰ আদেশত মই ১৯৫৮ চনত ৰাজহ সচিব হিচাপে চৰকাৰী ভূমিনীতি লিখি উলিয়াওঁ আৰু চৰকাৰে তাক প্ৰস্তাৱ আকাৰে গ্ৰহণ কৰে। কিন্তু কাৰ্যক্ষেত্ৰত লাহে লাহে নীতিবিৰুদ্ধ কাম আৰম্ভ হ'ল আৰু বিজাৰ্ভবোৰটো ধ্বংস হলেই আনকি ট্ৰাইবেল বেল্ট আৰু ব্লকবিলাকো বেদখল হৈ গ'ল। চৰকাৰে যে পৰোক্ষভাবে তাত সন্মতি দিছিল

তাক চৰকাৰৰ ১৯৬৭ চনৰ সংশোধিত ভূমিনীতিত ওলাই পৰিল। অম্বিকাগিৰী তাৰ আগে আগে ইহলীলা সম্বৰণ কৰে। নহলে হয়তো চৰকাৰে এই নতুন নীতি সংশোধন কৰিব লগা হ'লহেঁতেন। তেওঁ অসমৰ হকে সাহিত্যৰ যোগেদি আৰু নানা সংগঠনৰ যোগেদি যুঁজ কৰিছিল। ১৯২৬ চনত সংৰক্ষণী সভা স্থাপন আৰু ১৯৩৫ চনত জতীয় মহাসভা গঠন কৰিছিল। জাতীয় মহাসভাৰ মুখ পত্ৰ হিচাপে 'ডেকা অসম' উলিয়াই অসমীয়াসকলক দেশপ্ৰেমত অনুপ্ৰাণিত কৰাৰ চেষ্টা কৰিছিল আৰু মৃত্যুৰ দুবছৰ আগেয়েও অসম যুৱক সমাজ গঠন কৰি অসমৰ যুৱশক্তি সংগঠন কৰি অসমৰ সৰ্বাঙ্গীন উন্নতিৰ চেষ্টা কৰিছিল।

ওপৰত উল্লেখ কৰা দুটিমান প্ৰধান সমস্যাৰ উপৰিও অসম আজি আৰু ভালেকেইটি সমস্যাৰ সন্মুখীন। অসমৰ খাৰুৱা তেল অসমৰ বাহিৰত নি শোধন কাৰ্য চলিছে। বহু আবেদন-নিবেদন কৰি বিমুখ হৈ আন্দোলন আৰম্ভ কৰাতহে গুৱাহাটী আৰু বঙাইগাঁৱত দুটা সৰু শোধনাগাৰ দিছে। অসমত উৎপাদন কৰা কেৰাচিন শিলিগুৰিলৈ নি তাতে 'ডিপো' পাতি তাৰপৰা আকৌ আনি ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰত বিতৰণ কৰে। এইযোৰ অদ্ভূত ব্যৱস্থা। ফলত পৰিবহনৰ 'ডবল' খৰছৰ বাহিৰেও পৰিবহনৰ অসুবিধাৰ কাৰণে প্ৰায়েই কেৰাচিনৰ নাটনিত সৰ্বসাধাৰণ ৰাইজে নিকাৰ ভুগে। ছবছৰীয়া আন্দোলন সমাধাৰ কাৰণে 'অসম চুক্তি' অনুসৰি আৰু এটা শোধনাগাৰ অসমত স্থাপন কৰিব লাগে। কিন্তু খাৰুৱা তেলৰেই অভাৱ আদি অজুহাত দেখুৱাই চুক্তিভঙ্গ কৰিব খুজিছে। প্ৰাকৃতিক গেছ আৰু শোধনাগাৰৰ গেছ জ্বলাই দি অসমৰ কোটি কোটি টকা নষ্ট কৰিব ধৰিছে। অসমৰ মৰাপাট নি কলিকতাৰ মিলবিলাকত যোগান ধৰি আছে। পাণ্ডু-পঞ্চৰত্নৰ ৰেল লাইন ১৯৫০ চনতে জৰীপ কৰিলে। এতিয়া আকৌ জৰীপ কৰিব খুজিছে। যোগীযোপা,

পঞ্চবৰ্ষ দলঙৰ কাম এতিয়াও হাতত লোৱা নাই। বানপানীৰপৰা অসমক ৰক্ষা কৰাৰ কোনো উপযুক্ত ব্যৱস্থা এতিয়াও লোৱা নাই, যদিও ব্ৰহ্মপুত্ৰ আয়োগ, ব্ৰহ্মপুত্ৰ বোৰ্ড আদি নামত গঠন কৰি লাখ লাখ টকা খৰছ কৰিব ধৰিছে। আৰু আটাইতকৈ গুৰুত্বপূৰ্ণ সমস্যা বিদেশী বহিষ্কাৰ কৰা আৰু বাংলাদেশৰ সীমান্তত অহাযোৱা বাট বন্ধ কৰাত কেন্দ্ৰীয় চৰকাৰে অতি আওকণীয়া মনোভাব লৈছে। কাঁটাতাঁৰৰ বেৰা দিব বুলি ১৯৮০ চনত সদৌ অসম ছাত্ৰসন্থা আৰু সংগ্ৰাম পৰিষদৰ লগত আলোচনাৰ সময়ত কেন্দ্ৰীয় চৰকাৰে নিজে প্ৰস্তাৱ আগবঢ়াইছিল আৰু আমি কাঁইটীয়া তাঁৰৰ বেৰাৰ পৰিবৰ্তে পকি দেৱাল বিচৰাত সেই প্ৰস্তাৱ তল পৰিল। এতিয়া চুক্তিত কাঁইটীয়া তাঁৰৰ বেৰ দিব বুলি লেখা-পঢ়া কৰিও বাংলাদেশ চৰকাৰে আপত্তি কৰাত তেওঁলোকৰ লগত আলোচনা নকৰি তাক বাদ দি পথ নিৰ্মাণত লাগিল। তাৰ কাৰণে আকৌ জৰীপৰ কামহে আৰম্ভ হ'ল। পথ নিৰ্মাণ কৰোঁতে কিমান বছৰ বা কিমান দশক লাগে ঠিক নাই। ইফালে অনুপ্ৰবেশ অবাধ গতিত চলি আছে। কিন্তু ৰাজস্থান আৰু পঞ্জাবৰ লগত পঞ্জাৱ সীমান্ত বন্ধ কৰি দিয়া হ'ল। এনেকুৱা বহু উদাহৰণ দিব পাৰি যাৰদ্বাৰা কেন্দ্ৰৰ অসমৰ প্ৰতি আওকণীয়া বা তাচ্ছিল্যৰ মনোভাব ওলাই পৰে। আজি অম্বিকাগিৰী থাকিলে হয়তো নতুন উদ্যমেৰে ডেকাশক্তি জগাই তুলিলেহেঁতেন। কিন্তু তেওঁ নাই। তেওঁৰ অভাৱ আমি প্ৰত্যেক পদক্ষেপতে অনুভৱ কৰিছোঁ।

# অসমত কংগ্ৰেছ আৰু অম্বিকাগিৰী

তপগিৰী ৰায়চৌধুৰী

অসম কেশৰী অম্বিকাগিৰীৰ ৰাজনৈতিক জীৱন আৰম্ভ হৈছিল ইং ১৯০৪ চনতে যেতিয়া স্কুলীয়া ছাত্ৰ হিচাপে 'বন্দিনী-ভাৰত' নামৰ সৰু নাটিকা এখনি ৰচনা কৰি গুৱাহাটীৰ কটন কলেজিয়েট হাইস্কুলত সৰস্বতী পূজা উপলক্ষে ছাত্ৰসকলৰদ্বাৰা অভিনয় কৰাইছিল। অৱশ্যে তেতিয়াও তেওঁ আছিল সোণাৰাম হাইস্কুলৰ ছাত্ৰ। এই নাটিকাখনি অভিনয় শেষ হোৱাৰ আগতেই পুলিচে জব্দ কৰি নি তাৰ পাণ্ডুলিপি নষ্ট কৰি পেলোৱা কাৰণে সেইখন পাৰলৈ নাই যদিও, এটা কথা কিন্তু সঁচা যে বিদেশী ইংৰাজৰ অধীনতাৰ পৰা ভাৰতমাতাক মুক্ত কৰাৰ মনোভাৱে তেতিয়াই তেওঁৰ মনত হেন্দোলনি তুলিছিল। ইয়াৰ বাহিৰেও, ইংৰাজৰ শাসনকালত অসমত চৰকাৰৰদ্বাৰা বাজেয়াপ্ত হোৱা একমাত্ৰ ইংৰাজ-শাসন বিৰোধী পুথি 'শতধাৰ'ৰ মাজতো ভাৰতৰ ৰাষ্ট্ৰীয় স্বাধীনতাৰ কাৰণে থকা অম্বিকাগিৰীৰ আনুভূতিক তীব্ৰতাৰ কথা বুজিব পাৰি। অসমৰ এজন আগশাৰীৰ স্বাধীনতা সংগ্ৰামী হিচাপে সেইবাবেই ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাৰ সৈতে যে তেওঁ যুক্ত থাকিব তাত কোনো বিচিত্ৰতা নাই। তথাপিও অসমৰ সৰ্বজন স্বীকৃত কংগ্ৰেছ-নেতৃবৃন্দৰ শাৰীত অম্বিকাগিৰী যেন কোনো দিনে নপৰিল। ইয়াৰ কাৰণ এয়ে যে ইং ১৯০৪ চনতে ভাৰতবৰ্ষৰ স্বাধীনতা আহৰণ আৰু সেই ভাৰতবৰ্ষৰ অবিচ্ছেদ্য অংগ হিচাপে অসমত অসমীয়াৰ জাতীয় অস্তিত্ব সুৰক্ষিত কৰাৰ প্ৰয়োজনীয়তা অনুভৱ কৰি বঙ্গ-ভঙ্গৰ পটভূমিত বঙ্গদেশত আৰম্ভ হোৱা 'সন্ত্ৰাসবাদী

আন্দোলনৰ আদৰ্শত অসমতো ইংৰাজ বিৰোধী সংগ্ৰামী-সংগঠ'ন গঢ়ি তোলাৰ মনোভাৱেৰে ৰাজনীতিক্ষেত্ৰত সোমাই পৰা অম্বিকাগিৰীয়ে পিছলৈ ইং ১৯২১ চনৰ ভাৰতৰ স্বাধীনতা সংগ্ৰামত অংশ গ্ৰহণ কৰি, সশ্ৰম কাৰাদণ্ডেৰে দণ্ডিত হৈ মহামানৱ মহাত্মা গান্ধীয়ে পথ-নিৰ্দ্দেশ কৰা অহিংস অসহযোগ আন্দোলনত অংশীদাৰ হোৱাৰ পিছতো নিজৰ স্বাধীন চিন্তা জলাঞ্জলি দি ভাৰতীয় জাতীয় কংগ্ৰেছৰ মাজত নিজক সমূলি লোপ নিয়াব নোৱাৰিলে। ইয়াৰ কাৰণ আছিল এয়ে যে অসমত যিসকলে ক্ৰমাগত ভাবে অসম প্ৰাদেশিক কংগ্ৰেছৰ নেতৃত্বৰ স্তৰলৈ আগবাঢ়ি আহিছিল সেইসকলৰ সৈতে কংগ্ৰেছ মহাসভা, অসহযোগ আৰু মহাত্মাগান্ধীৰ আদৰ্শ সম্পৰ্কীয় চিন্তা আৰু ধাৰণা সমূহৰ বিষয়ত অম্বিকাগিৰীৰ উপলব্ধি কোনো কোনো ক্ষেত্ৰত পৃথক পৃথক হৈ পৰিছিল। মৌলিকভাবে অসমৰ কংগ্ৰেছ নেতাসকলৰ লগত অম্বিকাগিৰীৰ দৃষ্টিভঙ্গীৰ ব্যৱধান ঘটিছিল এইখিনিতেই যে অম্বিকাগিৰীয়ে অসমত অসমীয়াৰ আঞ্চলিক জাতীয় স্বাৰ্থৰ সংৰক্ষণৰ প্ৰতি অধিক মনোনিবেশ কৰিছিল আৰু অসমৰ আন কংগ্ৰেছ নেতাসকলে—ভাৰতৰ স্বাধীনতা অৰ্জনহে প্ৰথম কথা আৰু অসমীয়াৰ আঞ্চলিক জাতীয় স্বাৰ্থ ৰক্ষাৰ প্ৰশ্নক প্ৰধান্য দিলে ভাৰতৰ ৰাষ্ট্ৰীয় স্বাধীনতা লাভৰ সংগ্ৰামী-গতি দুৰ্বল হব বুলি ভাবিছিল।

ইং ১৯২১ চনৰ ভাৰতৰ স্বাধীনতা সংগ্ৰামত অংশ গ্ৰহণ কৰাৰ আগৰেপৰা অসম কেশৰী অম্বিকাগিৰীয়ে অসমীয়া ভাষাত 'চেতনা' আলোচনী উলিয়াই (ইং ১৯১৯ চন) ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ তাৎপৰ্য আৰু বাণী অসমীয়া জনসাধাৰণৰ মাজত প্ৰচাৰ কৰি স্বাধীনতাৰ গণ-আন্দোলন গঢ়ি তোলাৰ মানসিকতা সৃষ্টি কৰিবলৈ যত্ন কৰি আহিছিল। সেই সময়ত অসমীয়া ভাষাত চলা ৰাজনৈতিক চিন্তা-চৰ্চাৰ একমাত্ৰ সাহিত্য-আলোচনী আছিল

অম্বিকাগিৰীৰ দ্বাৰা সম্পাদিত 'চেতনা' আলোচনী। এই আলোচনীৰ সম্পাদকীয় প্ৰবন্ধবিলাকত অসমত অসমীয়া জাতিয়ে সন্মুখীন হোৱা নিজৰ প্ৰাদেশিক সমস্যাবিলাকৰ উপৰিও ভাৰতবৰ্ষৰ স্বৰাজ, মহাত্মা গান্ধীৰ আদৰ্শবাদ, অসহযোগ আন্দোলন, অহিংসা, ভাৰতবৰ্ষৰ শাসন-সংস্কাৰ আদি সম্পৰ্কেও অম্বিকাগিৰীয়ে সমান গুৰুত্বেৰে পৰ্যালোচনা কৰিছিল। যিসকল কংগ্ৰেছ কৰ্মীয়ে কংগ্ৰেছক মাত্ৰ এটা দল বুলি গণ্য কৰি দলীয় স্বাৰ্থান্ধতাৰে তাৰ সৈতে জড়িত মহামানৱ মহাত্মা গান্ধীৰ সত্য, প্ৰেম আৰু অহিংসাৰ মহৎ আদৰ্শক সংকীৰ্ণ পৰিসৰৰ মাজত আৱদ্ধ কৰি ৰাখিব খুজিছিল, সেইসকলক অম্বিকাগিৰীয়ে সদায় তীব্ৰভাৱে সমালোচনা কৰিছিল— ৰাজহুৱা মঞ্চ, বাতৰি কাকত আলোচনীৰ প্ৰবন্ধ— এনেকি তেওঁৰ গভীৰ স্বদেশ প্ৰেমৰ আবেগসমৃদ্ধ শেষ বয়সৰ কবিতা কিছুমানতো। ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভা সম্পৰ্কে অম্বিকাগিৰীৰ উপলব্ধি আছিল এয়ে যে কংগ্ৰেছ মাত্ৰ এটা ৰাজনৈতিক দল নহয়, সকলো ভাৰতবাসীৰ স্বাধীনতাৰ আকাংক্ষা পৰিপূৰণ কৰিবৰ কাৰণেই এটি ৰাষ্ট্ৰীয় সংগঠন। এই ৰাষ্ট্ৰীয় সংগঠনৰ প্ৰাদেশিক গোটবোৰৰ দায়িত্ব হৈছে নিজ প্ৰান্তৰ বিশিষ্ট জনসমষ্টিৰ আঞ্চলিক জাতীয় স্বাৰ্থ ৰক্ষাৰ বাবে কাম কৰা। সেই ক্ষেত্ৰত, অসমত অসম প্ৰাদেশিক কংগ্ৰেছ অনুষ্ঠানেও অসমৰ থলুৱা অসমীয়া জনসাধাৰণৰ স্বকীয় পৰিচয়-যুক্ত মৰ্যাদা ভাষিক, সাংস্কৃতিক, অৰ্থনৈতিক, ৰাজনৈতিক আদি সকলো দিশৰপৰাই বিপদ-মুক্ত কৰি ৰাখিবলৈ তৎপৰ হোৱাটো কৰ্তব্য। কিন্তু অসমত চলা ইংৰাজ শাসনৰ কালছোৱাত শাসক ইংৰাজসকলে অসমৰ মূল অধিবাসী অসমীয়া আৰু ভাগ্য অন্বেষণৰ বাবে অসমৰ বাহিৰৰপৰা নিৰ্বিবাদে অসমলৈ আহিবলৈ ধৰা জনসাধাৰণৰ মাজত বিভাজনমূলক ৰাজনীতিৰ প্ৰচাৰ কৰি চলাই থকা নানা থলুৱা স্বাৰ্থবিৰোধী কাৰ্য-কলাপৰ পটভূমিত, অসমত অসমীয়াৰ আঞ্চলিক জাতীয় স্বাৰ্থ ৰক্ষাৰ

কাৰণে সচেষ্ট হোৱাৰ যি প্ৰয়োজনীয়তাৰ সৃষ্টি হৈছিল, তেনে সক্ৰিয় যত্ন অসম প্ৰাদেশিক কংগ্ৰেছৰ ফালৰপৰা গঢ় লৈ উঠাৰ আগন্তুক নেদেখি অসম কেশৰী অম্বিকাগিৰীয়ে নিজৰ ফালৰপৰাই 'অসম সংৰক্ষিনী সভা' স্থাপন কৰি অসমত অসমীয়াৰ আঞ্চলিক জাতীয় স্বাৰ্থ ৰক্ষাৰ যত্নত ব্ৰতী হয়। তেওঁ স্থাপন কৰা 'অসম সংৰক্ষিণী সভা'ৰ সমগ্ৰ আদৰ্শটোৱেই মহামানৱ মহাত্মা গান্ধীৰ ভাৱধাৰাৰে পুষ্ট আঞ্চলিক ভিত্তিৰ (অসমৰ বাবে) সমস্যা সমাধানৰ বাবে গঠিত হোৱা মানৱতাবাদী চেতনাৰে ৰূপ লোৱা।

মন কৰিবলগীয়া কথা এয়ে যে ভাৰতীয় জাতীয় কংগ্ৰেছে বেলগাওঁ অধিবেশনত ভাষিক ৰাজ্য গঠন আৰু প্ৰাদেশিক 'স্বায়ত্ত-শাসন' বিষয়ক প্ৰস্তাৱ গ্ৰহণ কৰাৰ পিছত, অসমত অসমীয়াৰ প্ৰাদেশিক আঞ্চলিক স্বাৰ্থ ৰক্ষাৰ প্ৰশ্নটোক প্ৰাধান্য দি অম্বিকাগিৰীয়ে 'অসম সংৰক্ষিণী সভা' স্থাপন কৰিছিল আৰু ইং ১৯২৬ চনত পাণ্ডুত বহা 'ভাৰতীয় জাতীয় কংগ্ৰেছ'ৰ অধিবেশনৰ সামৰণি পৰাৰ পিছত কংগ্ৰেছ মহাসভাৰ পেণ্ডেলতে প্ৰখ্যাত কংগ্ৰেছী স্বদেশপ্ৰেমিক স্বৰ্গীয় পীতাম্বৰ দেৱগোস্বামী গড়মূৰীয়া গোসাঁইপ্ৰভুৰ সভাপতিত্বত 'অসম সংৰক্ষিণী সভা'ৰ মুকলি অধিবেশন অনুষ্ঠিত হৈছিল। কংগ্ৰেছৰ লগতে অম্বিকাগিৰীৰ সম্পৰ্কৰ সন্দৰ্ভত এই ঘটনা তাৎপৰ্যবৰ্জিত নহয়। 'অসম সংৰক্ষিনী সভা' স্থাপন কৰাৰ পিছতো অম্বিকাগিৰী কংগ্ৰেছৰ কৰ্মী হৈয়েই আছিল। এটা সময়ত তেওঁ গুৱাহাটী 'চিটি-কংগ্ৰেছ'ৰ সম্পাদক আছিল আৰু দেহে কেহে কংগ্ৰেছ-সংগঠনৰ কাম কৰিছিল। 'চেতনা' ছপাবৰ কাৰণে স্থাপন কৰা তেওঁৰ 'অৰুণা-প্ৰেছ'ক তেওঁ পা-পইচালৈ নাচাই কংগ্ৰেছৰ প্ৰচাৰ-পত্ৰ ছপোৱা কামত প্ৰাণ ঢালি নিয়োগ কৰিছিল। ইং ১৯৩০ চনৰ লোণ-আইন ভঙ্গ সত্যাগ্ৰহ সংগঠন কৰাৰ ভাৰ অম্বিকাগিৰীৰ ওপৰতে ন্যস্ত কৰি দি গুৱাহাটী কংগ্ৰেছ কমিটীয়ে তেওঁক 'ডিক্টেটৰ' পাতি

দিছিল আৰু লোণ আইন অমান্যৰ সত্যাগ্ৰাহীৰ তালিকাত পোন-প্ৰথমে অম্বিকাগিৰী ৰায়চৌধুৰী আৰু পয়োধৰ বৰুৱাই নাম ভৰ্তি কৰিছিল। অৱশ্যে ঘৰুৱা পৰিস্থিতিত ডাঃ হৰেকৃষ্ণ দাস-দেৱৰ বুজনিত সত্যাগ্ৰহলৈ যোৱাৰ সংকল্প তেওঁ ত্যাগ কৰিবলগীয়া হয়। অসমত অসমীয়াৰ আঞ্চলিক থলুৱা স্বাৰ্থৰ হকে কাম কৰিবলৈ অসম সংৰক্ষিণী সভা স্থাপন কৰাৰ পিছতো অম্বিকাগিৰী এইদৰে কংগ্ৰেছ-ম্যান হৈয়েই আছিল। কিন্তু ক্ৰমে ক্ৰমে অসমত 'অসম সংৰক্ষিনী সভা'ৰ প্ৰতিষ্ঠা বাঢ়ি আহিবলৈ ধৰাৰ লগে লগে অম্বিকাগিৰী আনুষ্ঠানিকভাৱে অসমৰ কংগ্ৰেছ দলটোৰপৰা ফালৰি কাটি চলিবলৈ বাধ্য হয়। অম্বিকাগিৰীৰ সংৰক্ষিনী চিন্তাধাৰাৰ লৈতে কেতবোৰ বিষয়ত অসমৰ কংগ্ৰেছ দলৰ মতপাৰ্থক্য ক্ৰমে বহল হৈ যাবলৈ আৰম্ভ কৰে। ইং ১৯৩১ চন মানৰপৰা ইং ১৯৩৬ চন মানলৈ অসমৰ বাতৰি কাকতসমূহ, যেনে, 'অসমীয়া', 'বাতৰি', 'অসম বাইজ', 'প্ৰতিভা' আদি কাকতত লিখা সম্পাদকীয় মন্তব্য, চিঠি-পত্ৰৰ জৰিয়তে প্ৰকাশ কৰা মতামত, বিবৃতি প্ৰভৃতিৰ মাজেৰে অসম কংগ্ৰেছ আৰু অসম সংৰক্ষিনী সভাৰ মতানৈক্য প্ৰকাশক লিখনী আদি প্ৰচাৰ হোৱা দেখা যায়। 'অসম সংৰক্ষিণী সভা'ৰ প্ৰতিষ্ঠাপক প্ৰধান সম্পাদকৰূপে 'অসম কংগ্ৰেছ দল'ৰ লৈতে 'অসম সংৰক্ষিণী সভা'ৰ পাৰ্থক্য কি বিষয়ত সেই কথা নানা ধৰণে ৰাজহুৱাভাৱে প্ৰকাশ কৰাৰ উপৰিও 'অসম সংৰক্ষিণী সভা'ৰ মুখ-পত্ৰ হিচাপে তেওঁ প্ৰকাশ আৰু সম্পাদনা কৰা মতবাদী কাকত 'ডেকা অসম'ত বহু ধৰণেৰে আলোচনা কৰিছিল। সেই সময়ত অসমত কংগ্ৰেছ আৰু সংৰক্ষিণী সভাৰ মতপাৰ্থক্যই এনে ৰূপ লৈছিল যে সেই মতপাৰ্থক্য আঁতৰোৱাৰ প্ৰয়োজন অনুভৱ কৰি অসম প্ৰাদেশিক কংগ্ৰেছৰ পক্ষৰপৰা প্ৰস্তাৱ যোগে অসমৰ প্ৰখ্যাত আইনবিদ স্বৰ্গীয় জগদীশ চন্দ্ৰ মেধি ডাঙৰীয়াক অসম কেশৰী ৰায়চৌধুৰীৰ ওচৰলৈ পঠিয়াই দিয়া হৈছিল 'সংৰক্ষিণী তত্ত্ব'ৰ বুজ লবলৈ। সেই

সময়ত সাধাৰণতে অম্বিকাগিৰীৰ সংৰক্ষিণী মতবাদ সম্পৰ্কে বিবিলাক অভিযোগ কংগ্ৰেছ-পন্থী তথা সংৰক্ষিণী বিৰোধীসকলৰ পক্ষৰপৰা উত্থাপন কৰা হৈছিল, সেই অভিযোগবিলাক আছিল এনে ধৰণৰ: (১) সংৰক্ষিণী সভাই "অসম অসমীয়াৰ বাবে' বুলি চিঞৰি চিঞৰি অসমত অসমীয়া আৰু অনা-অসমীয়াৰ ভিতৰত তীব্ৰ বিৰোধৰ ভাব জগাই তুলিছে আৰু তাৰ ফল-স্বৰূপে অসমৰ ৩ খন ঠাইত ৩টা সুকীয়া বঙালী স্কুল হ'ল, অনা-অসমীয়া এটা নতুন সম্প্ৰদায়ৰ সৃষ্টি হ'ল আৰু এই সম্প্ৰদায়টোৱে অসমৰ শাসন-কাৰ্য আৰু চাকৰি-বাকৰি আদিত সুকীয়া দাবীৰ ধ্বজা লৈ থিয় হ'ল। (২) সংৰক্ষিণী সভাই অসমীয়া ডেকাসকলৰ বাবে চাকৰি লাগে, ঠিকা-কণ্ট্ৰাক্ট লাগে বুলি অসমীয়া ডেকা দলৰ গোলামী মনোবৃত্তি বৰ্ধন কৰিলে। (৩) সংৰক্ষিণী সভাই জাতিৰ সকলোবিধ উন্নতিৰ বাবে সৱল বেহা-বেপাৰ, শ্ৰম-শিল্প আদিৰ উন্নতিৰ বাবে একো মন দিয়া নাই। (৪) সংৰক্ষিণী সভাই মাত্ৰ কেইজনমান ধনী অসমীয়াৰ উপকাৰৰ বাবেহে যি কৰিছে, দুখীয়া খেতিয়ক আৰু বনুৱাৰ বাবে একো কৰা নাই। (৫) সংৰক্ষিণী সভাই অসমীয়া জাতিক ভাৰতীয় মহাজাতিৰ স্বাৰ্থৰ পৰা খহাই আনি তাৰ সৰ্বনাশ সাধিব খুজিছে; ইত্যাদি।

অম্বিকাগিৰীৰ কাৰ্যপন্থাৰ বিষয়ে চলা এনে ধৰণৰ আলাপ-আলোচনাৰ পটভূমিত অম্বিকাগিৰীয়ে "কংগ্ৰেছৰ লগত সংৰক্ষিণী সভাৰ ঐক্য-অনৈক্য কোনখিনিত ?" (ডেকা-অসম: ২য় বছৰ, তৃতীয় সংখ্যা, ১৮৫৮ শক), "কংগ্ৰেছ কৰ্তৃপক্ষলৈ খোলা প্ৰশ্ন" (ডেকা-অসম: ২য় বছৰ, ৫ম সংখ্যা, ১৮৫৮ শক) আৰু 'অসম কংগ্ৰেছৰ চেক্ৰেটৰীলৈ" (ডেকা-অসম: ২য় বছৰ, ৭ম সংখ্যা, ১৮৫৮ শক) আদি শিতানেৰে প্ৰকাশ কৰা কথাবিলাকৰ যোগেদি অসমত অসমীয়াৰ খলুৱা স্বাৰ্থ ৰক্ষাৰ প্ৰশ্নত অসম প্ৰাদেশিক কংগ্ৰেছৰ

সৈতে 'অসম সংৰক্ষিণী সভা' তথা অম্বিকাগিৰী ৰায়চৌধুৰীৰ দৃষ্টিভংগীৰ সংঘাত সৃষ্টি হৈছিল সেই কথা বুজিব পাৰি। তেওঁ লিখিছিল: (১) পূৰ্ণ স্বৰাজৰ আদৰ্শ সম্বন্ধে কংগ্ৰেছৰ লগত সংৰক্ষিণী সভাৰ আদৰ্শৰ ঐক্য আছে। কিন্তু ডমিনিয়ন ষ্টেটাচৰ ভিতৰতো পূৰ্ণ স্বৰাজৰ সাৰ আছে বুলি সংৰক্ষিণী সভাই বিশ্বাস কৰে। (২) সংৰক্ষিণী সভাই অসমত ভাৰতীয় আৰু অ-ভাৰতীয় সকলো শ্ৰেণীৰ সাম্ৰাজ্যবাদৰপৰা অসমীয়া জাতিৰ মুক্তি বিচাৰে, কিন্তু কংগ্ৰেছে ভাৰতীয় সাম্ৰাজ্যবাদৰ ফালে বিশেষভাৱে সম্প্ৰতি দৃষ্টি নিদি অ-ভাৰতীয় অৰ্থাৎ ইংৰাজী সাম্ৰাজ্যবাদৰ ফালেহে কটোৰভাৱে চোকা দৃষ্টি ৰাখি চলিছে। কিন্তু হলেও, সংৰক্ষিণী আৰু কংগ্ৰেছ দুয়োৰো স্বাধীন আৰু স্পষ্ট সহযোগত মূল লক্ষ্য বিষয়ত ঐক্য স্থাপন কৰিবৰ ঠাই আছে। (৩) সংৰক্ষিণী সভাৰ, গন্তব্য স্থানলৈ যোৱা পথত আশা আৰু আৱশ্যকতা আছে বুলি আবেদন নিবেদনৰ ঠাই আছে, কিন্তু কংগ্ৰেছে আশা নাই বুলি সেই পথ এৰি দিছে। (৪) কংগ্ৰেছে তাৰ আদৰ্শ লাভ কৰিবলৈ বিমানদূৰ ত্যাগ স্বীকাৰ কৰিবলৈ প্ৰস্তুত আছে, সংৰক্ষিণী সভায়ো তাৰ আদৰ্শত গৈ উপনীত হবলৈকে সিমানদূৰ ত্যাগ স্বীকাৰ কৰিবলৈ প্ৰস্তুত আছে। পাৰ্থক্য মাত্ৰ এইখিনিতে যে কংগ্ৰেছৰ এই ত্যাগ বহু বছৰ আগৰ পৰাই কাৰ্যক্ষেত্ৰত আৰম্ভ হৈছে, কিন্তু সংৰক্ষিণীৰ সেইটো এতিয়াও আৰম্ভ হোৱা নাই। হয়তো কংগ্ৰেছৰ তুলনাত সি কেচুৱা বুলিও হব পাৰে।" কথাখিনি যদিও অম্বিকাগিৰীয়ে "অসম সংৰক্ষিণী সভা"ৰ নামত লিখিছিল তথাপি কংগ্ৰেছৰ সৈতে তেওঁৰ নিজৰ চিন্তাধাৰাৰ সম্পৰ্ককেই তেওঁ তাত ব্যক্ত কৰিছিল। কিয়নো, 'সংৰক্ষিণী সভা' আৰু অম্বিকাগিৰী দুয়োটা অভিন্ন সত্তা আছিল।

ভাৰতীয় জাতীয় কংগ্ৰেছৰ সৈতে ওতঃপ্ৰোত ভাৱে জড়িত

মহামানৱ মহাত্মা গান্ধীৰ কায়িক শ্ৰমৰ মৰ্যদা, জনসেৱা, সমাজসেৱা-মূলক মনোভাব, বিলাসিতা ত্যাগ, বিদেশী পণ্য-বৰ্জন কৰি স্বদেশী উৎপন্ন দ্ৰব্যৰ প্ৰচলন আদি আৰু অন্যান্য গঠনমূলক কৰ্ম-আঁচনিৰ সৈতে অম্বিকাগিৰীয়ে সদায় সম্পৰ্ক ৰাখিছিল। তেনে আদৰ্শ, কথা আৰু আঁচনিবোৰ তেওঁ 'অসম সংৰক্ষিণী সভা'বো অন্তৰ্ভুক্ত কৰি লৈছিল। অসমত অসমীয়াৰ জাতীয় কৰ্মোদ্যম সক্ৰিয় কৰি তোলাৰ কাৰণে অম্বিকাগিৰীয়ে 'স্বদেশী কিনক সংঘ' স্থাপন কৰাটোও মন কৰিবলগীয়া। মাত্ৰ স্বদেশী সম্পৰ্কটোত তেওঁৰ লক্ষ্য আৰু উদ্দেশ্য আছিল স্বাভাৱিকভেই অসম আৰু অসমীয়া কেন্দ্ৰিক। তেওঁ লিখিছিল: "সাম্ৰাজ্যবাদ আৰু লুণ্ঠনবাদ ছুয়ো ভাই-ককাই। য'ত সাম্ৰাজ্যবাদ তাতেই লুণ্ঠনবাদ, আৰু য'ত লুণ্ঠনবাদ তাতেই সাম্ৰাজ্য-বাদে জন্ম লাভ কৰে। গতিকে, অসমত ভাৰতীয় অ-ভাৰতীয় কোনোবিধ লুণ্ঠনবাদ আৰু সাম্ৰাজ্যবাদকেই সংৰক্ষিণী সভাই গ্ৰহণ নকৰে, আৰু অসমৰ ভিতৰত যি কোনো লোক বা দলে এই লুণ্ঠন-বাদত অভিভূত হৈ আনৰ সাম্ৰাজ্যবাদ আৰু লুণ্ঠনবাদৰ সহায়ক হব খুজিলে তাকো গ্ৰহণ নকৰে। কাৰণ, তেনেহ'লে শক্তিশালী অসমীয়া জাতি সংগঠনৰ বাবে 'সংৰক্ষিণী সভা'ই কৰা চেষ্টা বিফল হব। একমাত্ৰ অসমীয়া মানুহে অসমীয়াৰ ধন আৰু শ্ৰম খটাই প্ৰস্তুত কৰা বস্তুহে স্বদেশী বস্তু, আৰু এনে স্বদেশী বস্তু আৰু এনে অসমীয়া বস্তু ব্যৱহাৰ কৰি আৰ্থিক বিষয়ত অসমীয়াৰ উন্নতিত সহায় কৰা লোকেহে অসমীয়া বুলি পৰিচিত হব পৰা গুণসমূহৰ এটা গুণৰ অধিকাৰী। অনা-অসমীয়াৰ ধন আৰু শ্ৰম খটাই প্ৰস্তুত কৰা বস্তু, বিদেশী বস্তু। মহাত্মা গান্ধীৰ আদৰ্শৰ অনুগামী হিচাপে, অম্বিকাগিৰীয়ে ব্যক্তিগত জীৱনত সেইবাবে অসমৰ ঘৰাত উৎপাদিত হোৱা খদ্দৰ কাপোৰহে ব্যৱহাৰ কৰিবলৈ ভালপোৱাটো স্বাভাৱিক কথা আছিল। ভাৰতীয় ৰাষ্ট্ৰীয় জাতীয়তাৰ বিৰোধী হৈ নহয়,

ভাৰতবৰ্ষৰ অন্যান্য প্ৰদেশবাসীসকলৰ দৰেই অসমৰ অসমীয়াকো ৰ নিৰ্ভৰ হৈ উঠাত উদ্‌গনি দিবলৈহে তেওঁ এনে মনোভাৱ পোষণ কৰিছিল। ই কেতিয়াও কংগ্ৰেছৰ আদৰ্শবিৰোধী কথা নাছিল।

মুঠতে, অসমত অসমীয়াৰ আঞ্চলিক স্বকীয় স্থিতিৰ সুৰক্ষাৰ প্ৰশ্নটোইহে অসমত কংগ্ৰেছৰ সৈতে অম্বিকাগিৰীৰ দৃষ্টিভংগীৰ অমিল হৈ পৰিছিল, আন ক্ষেত্ৰত নহয়। অসমৰ কংগ্ৰেছ নেতা আৰু কৰ্মীসকলৰ ফালৰপৰা কৰা সমালোচনা বিলাকৰ উত্তৰত সেই বাবেই তেওঁ প্ৰশ্ন উত্থাপন কৰিছিল, (১) কংগ্ৰেছ কৰ্মী কিছুমানে প্ৰচাৰ কৰা ছ'ছিয়েলিজিমটো ৰুচিয়াৰ আদৰ্শৰ নে ভাৰতীয় চিন্তা ধাৰাৰ আদৰ্শৰ? (২) যিসকলে আন্দোলন কৰি কংগ্ৰেছৰ 'মা'হেকত আঠ ঘণ্টাকৈ শাৰীৰিক পৰিশ্ৰম কৰিলেহে কংগ্ৰেছৰ সদস্য হব পৰা নিয়মটো উঠাই দিলে, সেইসকলক কংগ্ৰেছৰ মতে ছুৱীয়া বনুৱা, হজুৱা, খেতিয়কৰ শোষক বুলি কব পাৰি নে নোৱাৰি? (৩) বৃটিছৰ সাম্ৰাজ্যবাদ নীতিৰ দৰে ভাৰতীয় সাম্ৰাজ্য-বাদ নীতিৰো অসম কংগ্ৰেছ বিৰুদ্ধে হয় নে নহয়? (৪) বৃটিছৰ আদালতবিলাক বৃটিছৰ সাম্ৰাজ্যবাদ প্ৰবলকৈ পৰিচালনাৰ একোখন শিপাগড়া প্ৰতিষ্ঠান বুলি অসম কংগ্ৰেছে বিবেচনা কৰে নে নাই? (৫) অসমীয়াৰ ভাষা, সংস্কৃতি, জাতীয় সভ্যতা ধ্বংস কৰি অসমক এখন বৃহত্তৰ বঙ্গদেশ কৰি গঢ়ি তুলিবলৈ বঙালীসকলৰ এটা প্ৰৱল চেষ্টা আছে বুলি অসম কংগ্ৰেছে বিশ্বাস কৰে নে নাই? (৬) শ্ৰীহট্টই বঙালীসকলৰ এই চেষ্টাক দেখাদেখিকৈ সহায় কৰা কথাটো অসম কংগ্ৰেছে জানে নে নাই? (৭) গৱৰ্ণমেণ্টৰ, ৰেল-জাহাজৰ, চাহ-বাগিছাৰ, তেল-কয়লাৰ পুং আৰু নানা কোম্পানীৰ চাকৰি লৈ অহা বঙালীসকলেই যাইকৈ অসমত বঙালীৰ সংখ্যা বৃদ্ধি কৰি, শ্ৰীহট্টৰ যোগত অসমত অসমীয়াতকৈ বঙালীৰ সংখ্যা দুগুণ বেছি বুলি দাবী কৰাটো, অসম কংগ্ৰেছে ন্যায় বুলি ভাবে নে অন্যায়

বুলি ভাবে ? (৮) বঙালীসকলৰ এনে চেষ্টাত সাম্ৰাজ্যবাদৰ বিকট মূৰ্তি প্ৰচ্ছন্নভাৱে আছে বুলি অসম কংগ্ৰেছে দেখা পাইছে নে নাই ? (৯) নতুন এচেম্ব্লীত যদি কোনোৱে প্ৰশ্ন তোলে (ক) অসমৰপৰা শ্ৰীহট্ট বাদ যাব লাগে, বাদ নোযোৱালৈকে (খ) অসম উপত্যকাৰ ৰাজহৰপৰা শ্ৰীহট্টক এপইচাও খৰচ যোগাব নালাগে; (গ) অসমীয়াৰ জাতীয় স্বাৰ্থত সংশ্লিষ্ট নহলে কোনো অনা-অসমীয়াই অসমত একো সুবিধা পাব নালাগে; (ঘ) অসমলৈ ইমিগ্ৰেণ্টছ বন্ধ হব লাগে; (ঙ) অসম ইউনিভাৰচিটি গুৱাহাটীত স্থাপিত হব লাগে; (চ) গৱৰ্ণমেণ্টে "অসম অসমীয়াৰ বাবে" এই নীতি সকলো ক্ষেত্ৰতে পালন কৰিব লাগে ; (ছ) অসমৰ পোষ্ট-অফিচ, টেলিগ্ৰাফ, ৰেল-জাহাজ সকলোতে নোটিচ, চাইন-বোৰ্ড আদি অসমীয়া ভাষাত হব লাগে, তেতিয়া অসম কংগ্ৰেছে কোনফালে ভোট দিব ?

দেখা যায় যে অসমৰ কংগ্ৰেছীসকললৈ অম্বিকাগিৰীয়ে নিক্ষেপ কৰা এনেধৰণৰ পোনপটীয়া প্ৰশ্নবোৰৰ উত্তৰ কংগ্ৰেছৰ কালৰপৰা কোনো সময়তে পোনপটীয়াকৈ দিয়া হোৱা নাছিল যদিও অসম কংগ্ৰেছৰ বহুবিলাক নেতাই কিন্তু ব্যক্তিগতভাৱে অম্বিকাগিৰীৰ কৰ্মধাৰাত অসহযোগও কৰা নাছিল। মাত্ৰ তেওঁলোকৰ ভয় আছিল যে অম্বিকাগিৰীৰ সংৰক্ষিণী সভা যদি অধিক সবল সুঠাম হৈ উঠে, তেনেহলে হয়তো অসমৰ জনসাধাৰণৰ মাজত দল হিচাপে কংগ্ৰেছৰ গুৰুত্ব কমি যাব। কংগ্ৰেছৰ মৰ্যদা বাইজৰ মাজত কমি যোৱাৰ ভয়তেই অসমৰ কংগ্ৰেছী নেতাসকলে অম্বিকাগিৰীৰ চিন্তাধাৰা আৰু কৰ্মধাৰাত বাধা আৰোপ কৰিবলৈ যত্ন কৰিছিল বুলি বুজিব পাৰি। কিন্তু অম্বিকাগিৰীৰ ফালৰপৰা কংগ্ৰেছৰ প্ৰতি মনোভাব সদায় সহযোগিতামূলক আছিল। সেইকাৰণেই হবলা অম্বিকাগিৰীৰ অসম সংৰক্ষিণী সভাৰ প্ৰথম জোৱাত কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, দেশভক্ত তৰুণৰাম ফুকন, গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি,

মহম্মদ তৈয়বুল্লা চাহাব প্ৰভৃতি অসমৰ প্ৰখ্যাত কংগ্ৰেছ নেতাসকলো অম্বিকাগিৰীৰ 'অসম সংৰক্ষিণী সভা'ৰ সৈতে জড়িত আছিল। এনেকি নবীনচন্দ্ৰ বৰদলৈয়ে অম্বিকাগিৰীয়ে প্ৰচাৰ কৰা "অসম অসমীয়াৰ বাবে" নীতিক সমালোচনা কৰি কলিকতাৰ '৺অমৃতবাজাৰ পত্ৰিকা' প্ৰভৃতি বাতৰি কাকতে প্ৰকাশ কৰা মন্তব্যৰ প্ৰত্যুত্তৰত প্ৰবন্ধ লিখি সমৰ্থন হে কৰিছিল। এতেকে দেখা যায় যে আদৰ্শ-বাদৰ ফালৰপৰা অম্বিকাগিৰীৰ সংৰক্ষিণী মতবাদ আৰু কংগ্ৰেছৰ ৰাষ্ট্ৰীয় জাতীয়তাবাদৰ মাজত পাৰ্থক্য আছিল কাৰ্যক্ষেত্ৰগতহে আদৰ্শগত নহয়।

দৰাচলতে, অম্বিকাগিৰীয়ে কোনো ৰাজনৈতিক ক্ষমতা লাভৰ মনোভাৱেৰে দেশসেৱা কৰা নাছিল। মাত্ৰ অসমৰ কংগ্ৰেছী নেতাসকলে অসমীয়াৰ জাতীয় সমস্যাসমূহ সমাধানৰ প্ৰতি মনোযোগ নিদিয়াত ইং ১৯০৬ চনত "অসম সংৰক্ষিণী সভা'ৰ পক্ষৰ পৰা অসম এচেম্ব্লীলৈ প্ৰতিনিধি পঠোৱাৰ কথা চিন্তা কৰিছিল। কিন্তু 'সংৰক্ষিণী সভা'ৰ নিৰ্বাচনত প্ৰাৰ্থী দিব খোজা হৈছিল সেইবোৰ দাবী পূৰণৰ বাবে (শ্ৰীহট্ট বিচ্ছেদ প্ৰভৃতি) কংগ্ৰেছেই যত্ন চলাব বুলি প্ৰতিশ্ৰুতি দিয়াত 'সংৰক্ষিণী সভা'ৰ প্ৰাৰ্থী নিৰ্বা-চনত উঠোৱাৰ প্ৰশ্নটো অম্বিকাগিৰীয়ে স্থগিত কৰায়। ইয়াৰ বাবে অম্বিকাগিৰীৰ 'সংৰক্ষিণীপন্থী' ভালেকেইজন সহযোগী বিক্ষুব্ধ হয়।

প্ৰকৃততে অসমৰ সমূহ অধিবাসীকে অ-ৰাজনৈতিক একতাৰ মনোভাৱেৰে সাঙোৰ খুৱাই পাৰস্পৰিক সহযোগ আৰু সহানুভূতিৰ মাজেৰে অসমত অসমীয়াৰ আঞ্চলিক জাতীয় স্থিতি চিৰস্থায়ী কৰি ৰখাৰ পৰিকল্পনাটোৱেই আছিল অম্বিকাগিৰীৰ সপোন। সেইকাৰণেই কোনো ব্যক্তিগত আশা-আকাংক্ষাতে নাচাই তেওঁৰ অনুগামী কোনো কোনোৱে যেতিয়া 'সংৰক্ষিণী সভা'ৰ কৰ্মধাৰাত নিৰবচ্ছিন্নতা ভংগ কৰাৰ আশংকা দেখিছিল তেতিয়া তেওঁ নিজেই 'অসম

সংৰক্ষিণী সভা'ৰ সাধাৰণ সম্পাদকৰ কাৰ্যভাৰ ত্যাগ কৰি ইস্তফা দিয়ে আৰু তাৰ কিছুদিন পাছত 'অসমীয়াৰ জাতীয় স্বাৰ্থৰক্ষা'ৰ কাৰণে আপ্ৰাণ্যুধীয়াকৈ প্ৰাণপাত কৰাতো যেতিয়া কৰ্মীদল ওলাই অহা অম্বিকাগিৰীৰ দৃষ্টি গোচৰ নহ'ল, তেতিয়া তেওঁ নিজৰ সেই আগৰ সংৰক্ষিণী আদৰ্শবাদ লৈয়েই নতুনকৈ আৰম্ভ কৰিলে এটা নতুন সংগঠন 'অসম জাতীয় মহাসভা'। এই 'অসম জাতীয় মহাসভা' অম্বিকাগিৰীৰ জীৱন কালত ইং ১৯৫৫ চনলৈ সক্ৰিয়ভাৱেই আছিল। কিন্তু অসমীয়াৰ জাতীয় স্বাৰ্থবিৰোধীসকলে অবাঞ্ছিতভাৱে যেতিয়া অহৰহ অম্বিকাগিৰী আৰু তেওঁৰ 'অসম জাতীয় মহাসভা'ক সংকীৰ্ণ প্ৰাদেশিকতা-দায়দুষ্ট বুলি আক্ৰমণাত্মক মনোভাবেৰে থকা-সৰকা কৰিবলৈ ধৰিলে আৰু সমূহ 'অসম জাতীয় মহাসভা'ৰ লগত থাকিলে কোনো ৰাজনৈতিক ক্ষমতা ভোগৰ সুচল পোৱা নাযাব বুলি মানুহৰ বোধগম্য হ'ল, তেতিয়া 'অসম জাতীয় মহাসভা'ৰ শক্তি সংগঠিত মঞ্চ হিচাপে কমি আহিবলৈ ধৰিলে। এনে পৰিস্থিতিতে ইং ১৯৬৫ চনত অম্বিকাগিৰীয়ে কেইজনমান উদ্যোগী যুৱকৰ সহযোগত স্থাপন কৰে 'অসম যুৱক সমাজ'। ইয়াৰ পিছত ১৯৬৭ চনৰ ২ জানুৱাৰীত অম্বিকাগিৰীৰ তিৰোভাৱ হ'ল।

'অসম সংৰক্ষিণী সভা'ৰ নামেৰেই হওক নাইবা 'অসম জাতীয় মহাসভা'ৰ নামেৰেই হওক, অসমত অসমীয়াৰ আঞ্চলিক স্থিতি অক্ষুন্ন ৰাখি দেশসেৱা কৰি যোৱাটোৱেই অম্বিকাগিৰীৰ লক্ষ্য আছিল। তাকে কৰোঁতে বঙ্গদেশ আদিৰ (লগতে অসমৰ শ্ৰীহট্ট জিলাতো) কংগ্ৰেছী নেতাসকলে 'ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভা'ৰ সমৰ্থন লভি চৰিতাৰ্থ কৰিবলৈ বিচৰা বঙ্গীয়-সম্প্ৰসাৰণবাদী মতামত-সমূহৰ বিৰুদ্ধে যুঁজোঁতে অম্বিকাগিৰীয়ে সদায় সৰ্বভাৰতীয় কংগ্ৰেছ নেতাসকলৰ ওপৰতেই নিৰ্ভৰ কৰিবলগাত পৰিছিল। অম্বিকাগিৰীৰ মতে তেনেবোৰ কাম অসমৰ কংগ্ৰেছ নেতাসকলেহে কৰা উচিত

আছিল। কিন্তু সেইসকলে সময়মতে তৎপৰতা দেখুওৱা কাৰণেহে অম্বিকাগিৰীয়ে স্ব-প্ৰণোদিতভাবে সেই দায়িত্ব খুব পাতি লৈছিল।

ৰাজনৈতিক আৰু প্ৰশাসনীয়ভাৱে অসম প্ৰদেশভুক্ত হৈ থাকিও বঙলা ভাষাক নিজ ভাষা বুলি গ্ৰহণ কৰি লোৱা অসমৰ চিলেট জিলাৰ (বৰ্ত্তমান বাংলাদেশ ভুক্ত) কংগ্ৰেছ কমিটীবনক নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ "ভাষিক-প্ৰদেশ' গঠনৰ নীতি অনুসাৰে বঙ্গদেশৰ প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ অধীনত ৰখাটোতেই অসমৰ কংগ্ৰেছী নেতাসকল সন্তুষ্ট আছিল। আনকালে প্ৰশাসনীয়ভাৱে অসম প্ৰদেশৰ অন্তৰ্ভুক্ত হৈ থকা চিলেটৰ কংগ্ৰেছী নেতাসকলে অসমত অসম এচেম্বলীৰ সদস্য হৈ থাকিও অসমত বঙালীৰ স্বাৰ্থ পৰিপূৰণৰ যত্নতহে সহযোগ কৰি আছিল আৰু অসমীয়াৰ জাতীয় উন্নতিমূলক যত্নসমূহত বিধি পথালি দি আছিছিল। ইং ১৯২৪ চনত অসম কাউন্সিলত থকা চিলেটৰ প্ৰতিনিধি ব্ৰজেন্দ্ৰ বাবুৱে মুকলিকৈ কৈছিল "Let that naked truth be told that Sylhet, so long as it is here will stand in the way of Assam' 'অৰ্থাৎ এই' "স্পষ্ট সত্যটো খোলাকৈ কৈ খোৱা হওক যে যেতিয়ালৈকে শ্ৰীহট্ট অসমৰ লগত থাকিব তেতিয়ালৈকে শ্ৰীহট্টই অসমীয়াৰ যি কোনো উন্নতিৰ চেষ্টাত বাধা দিবই।'

সেই একেদৰেই শ্ৰীহট্টৰ কংগ্ৰেছ নেতা, অসম এচেম্বলীৰ সদস্য বাবু বসন্ত কুমাৰ দাসে ইং ১৯৩৬ চনত অসম প্ৰদেশৰ নাম সলনি কৰিবৰ কাৰণে এটা প্ৰস্তাৱ আগবঢ়াইছিল, যি চেষ্টাৰ প্ৰতিবাদ কৰি অসম কেশৰী অম্বিকাগিৰীয়ে এচেম্বলীত থকা কংগ্ৰেছৰ সদস্য গোপীনাথ বৰদলৈৰ অনুপস্থিতিত উক্ত প্ৰস্তাৱ উত্থাপনত বাধা দিবলৈ কংগ্ৰেছ পাৰ্লিয়ামেণ্টেৰী দলৰ নেতা ফুলাভাই দেশাইলৈ টেলিগ্ৰামৰ জৰিয়তে অনুৰোধ জনাইছিল।

আকৌ বঙ্গদেশৰ কংগ্ৰেছ নেতা জে. এম. সেনগুপ্তই যোগুৱাইত

বহা ‘অল ইণ্ডিয়া কংগ্ৰেছ কমিটী’ৰ অধিবেশনত অসমৰ শ্ৰীহট্টৰ লগতে কাছাৰ আৰু গোৱালপাৰা জিলা দুখনো বঙ্গদেশৰ লগ লগাই অসমবৰপৰা আঁতৰাই নিব লাগে বুলি দাবী জনাই প্ৰস্তাৱ এটি পঠোৱা কাৰ্যসংক্ৰান্তত তীব্ৰ প্ৰতিবাদ জনাই সেই সময়ৰ নিখিল ভাৰত কংগ্ৰেছৰ সভাপতি চৰ্দাৰ বল্লভভাই পেটেললৈ অম্বিকাগিৰীয়ে তাঁৰ-বাৰ্তা পঠাইছিল ।

ভাৰতবৰ্ষই স্বাধীনতা লাভৰ আগ মুহূৰ্তত অসমীয়া জাতিৰ অস্তিত্বৰ বাবে মহাবিপদ ৰূপে দেখা দিয়া (ক) গ্ৰুপিং সমস্যা, (খ) বঙ্গ প্ৰাদেশিক মুচলিম লীগে অসমত সাম্প্ৰদায়িক অনৈক্যৰ বীজ চটিয়াই দি চলাব খোজা প্ৰত্যক্ষ সংগ্ৰামৰ পৰিকল্পনা, (গ) ভাৰত-বিভাজনৰ পিছত অসমৰ বুকুত ঢল-ঢালি বৈ পৰা পূৰ্ববঙ্গৰ শৰণাৰ্থীৰ সমস্যা, (ঘ) অসমৰ ৰাজ্যভাষা আৰু শিক্ষাৰ মাধ্যমৰ প্ৰশ্ন সমাধান প্ৰচেষ্টা আদি সকলো ক্ষেত্ৰতে, (ঙ) ভাষিক ৰাজ্য ৰূপে অসম ৰাজ্য পুনৰ্গঠন কৰাৰ সময়লৈকে অথবা (চ) স্বাধীনতাৰ পিছতো অসমলৈ চলি থকা পাকিস্থানী অনুপ্ৰৱেশকাৰীৰ সমস্যা সমাধানৰ ক্ষেত্ৰতো অম্বিকাগিৰীয়ে সদায় কংগ্ৰেছ নেতৃত্বৰ ওপৰতে নিৰ্ভৰ কৰি আহিছিল। ইং ১৯৪৬ চনৰ গ্ৰুপিং সমস্যাৰ সময়ত অসমৰ কংগ্ৰেছ নেতাসকলৰ সৈতে ‘গ্ৰুপিং’ আৰু ‘চেক্সনত’ বহা নবহাৰ প্ৰশ্নত ব্যাখ্যাগত মতান্তৰ হৈছিল যদিও গ্ৰুপিঙৰ বিৰুদ্ধে অসমৰ ৰাইজৰ জনগণ আৰু কংগ্ৰেছৰ নেতৃত্বৰ ওপৰতেই তেওঁ নিৰ্ভৰশীল আছিল। প্ৰথমতে ‘চেক্সন’ত বহি ‘গ্ৰুপিঙ’ত যোগ দিয়া নিদিয়াটোৰ সিদ্ধান্ত কৰিব পৰা হ’ব বুলি মনোভাৱ দেখুওৱা অসম কংগ্ৰেছৰ কোনো কোনো নেতাৰ কথা-বতৰাত অম্বিকাগিৰী অতীষ্ঠ হৈ পৰিছিল। সেইবাবে, কংগ্ৰেছৰ ওপৰতেই আস্থা ৰাখিছিল যদিও ‘অসম জাতীয় মহাসভা’ৰ প্ৰতিনিধি ৰূপে গ্ৰুপিং সম্পৰ্কত দিল্লীলৈ যোৱা অসম কংগ্ৰেছৰ প্ৰতিনিধি দলৰ লগতে অম্বিকাগিৰী দিল্লৈই

ওলাইছিল। সেই সময়ৰ অসম কংগ্ৰেছৰ সভাপতি মহম্মদ তৈয়বুল্লা চাহাবে লিখা 'কাৰাগৰৰ চিঠি' পুথিত এই বিষয়ে উল্লেখ কৰিছে (পৃ. ৩৮৭)। সি যি কি নহওক, এই কথা স্পষ্ট যে, সর্বাস্তঃকৰণে কংগ্ৰেছলৈ সমর্থন আগবঢ়াই কংগ্ৰেছৰ মাজেৰেই অসমীয়াৰ জাতীয় স্বার্থৰ সুৰক্ষা দিবলৈ অম্বিকাগিৰীয়ে সদায় যত্ন কৰি আছিল। ভাৰতীয় জাতীয় কংগ্ৰেছৰ সুদীর্ঘ কালীন সাংগঠনিক ভিত্তি আৰু সেই অনুষ্ঠানৰ সৈতে মহামানৱ মহাত্মা গান্ধীৰ সংস্পর্শৰ কথা স্মৰণ কৰিয়েই স্বাধীনতাৰ পিছত ইং ১৯৫০ চনত হোৱা অসমৰ সাধাৰণ নির্বাচনৰ সময়ত 'কংগ্ৰেছকেই আৰু এটা সুযোগ দিয়া ভাল হব' বুলি অম্বিকাগিৰীয়ে ৰাইজলৈ আৱেদন জনাইছিল। কাৰণ, তেওঁ দেখিছিল যে কংগ্ৰেছৰ বিকল্প হব পৰাকৈ তেতিয়াও দেশত আন কোনো দল বা জনশক্তি সংগঠিত হৈ উঠা নাছিল। যদি বিকল্প কোনো আস্থাবান দল গঢ় লৈ উঠিলহেঁতেন তেনেহলে হয়তো তেনেকুৱা সংগঠনক সমর্থন দিয়াত অম্বিকাগিৰীয়ে কৃপণালী নকৰিলেহেঁতেন। কিয়নো, আমি দেখা পাওঁ যে দলসমূহতকৈ দেশৰ জনশক্তিৰ সংগঠিত চেতনাকহে অম্বিকাগিৰীয়ে সদায় মূল্য দিছিল। ইং ১৯৪২ চনৰ স্বাধীনতা সংগ্ৰামৰ সময়ত কাৰাবৰণ কৰাৰ পৰা বিৰত থাকিও তেওঁ 'স্বাধীন পঞ্চায়ত ৰাষ্ট্ৰ গঠনৰ প্ৰাথমিক আঁচনি' প্ৰচাৰ কৰি অসমৰ গাঁৱে-ভুঞে যি নীৰৱ গণ-সংগঠন ৰূপ দিয়াৰ কথা চিন্তা কৰিছিল, তাতেই তেওঁৰ সেই মনোভাৱ প্ৰকাশ পাইছিল। স্বাধীনতা আন্দোলনৰ যুগত আৰু তাৰ পৰৱৰ্তী স্বাধীনতাৰ কালতো আন দল, চৰকাৰ আদি কাৰো প্ৰতি ভ্ৰূক্ষেপ নকৰি অসমত অসমীয়াৰ নিৰপেক্ষীয়া জাতীয় মনোবৃত্তি সংগঠিত কৰি তোলাৰ ওপৰতহে অম্বিকাগিৰীয়ে সদায় গুৰুত্ব দিছিল আৰু সেই কাৰণে অকল কংগ্ৰেছ নহয়, আন কোনো দল বা লোকৰ প্ৰতি তেওঁৰ অযথা দলীয় বিদ্বেষ নাছিল। তেওঁৰ মতে, যেয়েই নহওক, সকলো অসমবাসীয়ে অসমৰ সামূহিক জাতীয়-জীৱনৰ মৰ্য্যদা ৰক্ষা

কৰি চলিব লাগিব আৰু অসমত অসমীয়া জাতীয় স্থিতি বজাব বাবে কাম কৰিব লাগিব। কংগ্ৰেছ কমিউনিষ্ট, ছচিয়েলিষ্ট বা আন যি পন্থীয়েই নহওক, অসমত অসমীয়াৰ জাতীয় স্বাৰ্থ বজাব দায়িত্ব কোনোয়েই অস্বীকাৰ কৰিব নোৱাৰে। সংক্ষেপে এয়েই আছিল মহামানৱ মহাত্মা গান্ধীৰ আদৰ্শৰ অনুগামী, জাতীয়তাবাদী স্বদেশপ্ৰেমিক অসম কেশৰী অম্বিকাগিৰীৰ মনোভাব। সকলো শ্ৰেণীৰ অসমীয়া জাতিৰ প্ৰতি বিদ্বেষ ৰহিত অসম বাসীয়েই অম্বিকাগিৰীক নিজৰ মানুহ বুলি আকোৱালি লোৱাত বাধা নাই।

যেতিয়াই যাৰ দ্বাৰায়েই নহওক যেতিয়া অসমীয়াৰ জাতীয় স্বাৰ্থ বাধাপ্ৰাপ্ত হোৱা বুলি অম্বিকাগিৰীয়ে অনুভৱ কৰিছিল, তেতিয়াই তেওঁৰ ক্ষোভ আৰু অভিমান উঠলি উঠিছিল। তেনে এটি পৰিস্থিতিতে ইং ১৯৬০ চনত অসমৰ ৰাজ্যভাষা আইন গ্ৰহণ কৰাৰ বিষয়ত অসমৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাৰ দ্বিধাগ্ৰস্থ মনোভাৱৰ প্ৰতিবাদত অম্বিকাগিৰীয়ে অসম চৰকাৰৰপৰা পোৱা সাহিত্যিক পেঞ্চনটো পৰিহাৰ কৰিছিল। অসমীয়াৰ জাতীয় স্বাৰ্থৰ প্ৰতি অম্বিকাগিৰীৰ তীব্ৰ অনুৰাগৰ ইও এটা প্ৰমাণ। কংগ্ৰেছৰ সৈতে তেওঁৰ মতানৈক্য আছিল মাত্ৰ সেই কথাতেই।

—•—

# অম্বিকাগিৰী ৰায়চৌধুৰী আৰু অসম সংৰক্ষিণী সভা

**ৰামমল ঠাকুৰীয়া**

স্বনামধন্য অম্বিকাগিৰী ৰায়চৌধুৰী কেৱল এজন ব্যক্তিয়ে নাছিল, তেওঁ আছিল এটা অনুষ্ঠানো। তেওঁ দেশপ্ৰেমিক মানে অদ্ভুত দেশ-প্ৰেমিক আছিল। অসমৰ উন্নতি, অসমৰ উদগতি সদায় তেওঁৰ ধ্যান-ধাৰণাৰ ৰূপমালা আছিল। তেওঁ সমগ্ৰ জীৱন অসমৰ উদগতিকেই কামনা কৰি গ'ল। তাৰ কাৰণে তেওঁ বহুতৰ লগত সংঘাতত অৱতীৰ্ণ হ'বলগীয়াও হৈছিল। তথাপি সেইবোৰলৈ কৰ্ণপাত নকৰি কেৱল অসমৰ কথাকেই চিন্তা কৰি গ'ল। তেতিয়াৰ কংগ্ৰেছী চৰকাৰে অসমৰ দৰে ক্ষুদ্ৰ স্বাৰ্থত আবদ্ধ নাথাকি ভাৰতীয় বুদ্ধিজীৱীৰ লগত মিলিত হ'বলৈ গ'ল। আৰু ফলস্বৰূপে চেৰ অনা-অসমীয়া বিশেষকৈ বঙালী মানুহ আহি অসমদেশ ভৰি পৰিল। সেই বিদেশী বিতাৰণৰ ছয় বছৰীয়া আন্দোলনৰ ফলতেই আজি গণ পৰিষদ চৰকাৰে অসমৰ শাসনত অধিষ্ঠিত হ'ব পাৰিছে। গতিকে গণপৰিষদ চৰকাৰৰ অধিষ্ঠান আৰু সদৌ অসম ছাত্ৰসন্থাৰ আন্দোলনৰ মূলতে হ'ল অম্বিকাগিৰী ৰায়চৌধুৰীৰ বহুদিনীয়া চিন্তাৰ প্ৰতিক্ৰিয়া।

অম্বিকাগিৰী ৰায়চৌধুৰীয়ে অসমত অসমীয়াৰ জাতীয় অস্তিত্ব ৰক্ষাৰ প্ৰশ্নত অসম প্ৰদেশ কংগ্ৰেছ কমিটীৰ লগত মতানৈক্যত উপনীত হ'ল আৰু তেতিয়া তেখেতে ১৯২৬ চনত 'অসম সংৰক্ষিণী সভা' স্থাপন কৰিছিল। সেই সংৰক্ষিণী সভাৰ দৰ্শনৰ সৰ্বপ্ৰধান আৰু সৰ্বপ্ৰথম সাধনা আছিল জাতি বা দেশৰ ওপৰত চলা সকলো প্ৰকাৰৰ অবাধ, শোষণ, অন্যায় শাসন আৰু আক্ৰমণ বন্ধ কৰি, তাৰ

পৰিবৰ্ত্ত দেশত বাস কৰা জাতি-বৰ্ণ, খেল, সম্প্ৰদায়, ধৰ্ম, নিৰ্বিশেষে সকলোকে একীভূত কৰা। অসম সংৰক্ষিণী সভা স্থাপন কৰি ৰায়-চৌধুৰীয়ে সংকীৰ্ণ প্ৰাদেশিকতাৰ অভিযোগত অভিযুক্ত হৈছিল যদিও আদৰ্শবাদৰ ফালৰপৰা তেখেত সদায় মহাত্মা গান্ধীৰ প্ৰভাৱেৰে প্ৰভাৱান্বিত ভাৰতীয় ৰাষ্ট্ৰীয় আদৰ্শৰ অনুগামী আছিল।

১৯২১ চনৰো আগতে বিদেশী ইংৰাজ চৰকাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰা ৰায়চৌধুৰীয়ে যেতিয়া ৰাজৰোষত কাৰাগাৰত নিকাৰ ভুগি মুক্তি লাভ কৰি ওলাই আহি কংগ্ৰেছী ৰাজনীতি নকৰি সংৰক্ষিণী সভা খুলিলে, তেতিয়া বহুতেই তেওঁক ঠেকমনা প্ৰাদেশিকতা-বাদী আখ্যাদি নিন্দা কৰিছিল। এদিন গুৱাহাটীৰ বাৰত তেওঁক হেনো পগলা বুলি কোনোবাই গালিও পাৰিছিল। অসমীয়া বাতৰি কাকতৰ সম্পাদক কেইজনমানেও তেওঁক ভয়ানকভাৱে সমালোচনা কৰিছিল। দেশৰ ডেকাচামেহে তেওঁক সমৰ্থন কৰিছিল, তাৰ বাহিৰে আন লোকৰ তেওঁ বিশেষ সমৰ্থন একো পোৱা নাছিল; তাৰ বিপৰীতে কঠোৰ বাধাৰহে তেওঁ সন্মুখীন হ'বলগীয়া হৈছিল। কিন্তু তেওঁ ধীৰ, স্থিৰ, শান্ত সমাহিত যোগীবৰৰে প্ৰাঞ্জল ভাষা আৰু কাৰ্যসূচীৰে সভাৰ বাণী জগতৰ আগত দাঙি ধৰি গ'ল।

অম্বিকাগিৰীৰ নিজৰ কথাৰেই "সংৰক্ষিণী হৈছে, নিজস্ব স্বাধীন আদৰ্শানুযায়ী বাধাহীন মুক্তগতিৰে নিজৰ বিৰাটত্ব সম্পূৰ্ণকৈ উপলব্ধি কৰি নিজৰ ভিতৰত জগৎশক্তিৰ পৰিপূৰ্ণৰূপ পৰিস্ফুট কৰি তুলিবলৈকে বিপুল নিৰ্ভয় আৰু নিশ্চিন্ত শক্তি সংগ্ৰহৰ অক্ষয় ভাণ্ডাৰ। ব্যক্তি, সমাজ, দেশ, মহাদেশ, জাতি, মহাজাতি আৰু সৰ্বশেষত বিৰাট মানৱগোষ্ঠীৰ প্ৰকৃত মঙ্গল আনয়ন কৰা আৰু পৃথিবীত সমন্বয় শান্তি প্ৰতিষ্ঠা কৰাই সংৰক্ষিণীৰ মূল কথা।"

অম্বিকাগিৰী ৰায়চৌধুৰীয়ে সকলো সময়তে অনুভৱ কৰিছিল যে সাংস্কৃতিকভাৱে সমগ্ৰ ভাৰতবৰ্ষৰ জনসাধাৰণৰ মাজত এটা বিশিষ্ট

ঐক্যৰ বন্ধন আছে যদিও সেই একতাৰ মাজতো এই সুবিশাল দেশখনৰ বিভিন্ন প্ৰান্তত থলুৱা লোকসংঘৰ নিজা নিজা আঞ্চলিক পৰিচয় পৰিপুষ্ট বৈশিষ্ট্যসমূহো আছে আৰু এনে আঞ্চলিক বৈশিষ্ট্যসমূহ আগ্ৰাসী আঞ্চলিকতবাদৰ কবলৰপৰা সুৰক্ষিত কৰি আঞ্চলিক জীৱনৰ নিৰ্বিবাদ বিকাশ আৰু সমৃদ্ধি সাধনৰদ্বাৰাহে ভাৰতবৰ্ষৰ ৰাষ্ট্ৰীয় ঐক্য শক্তিশালী হ'ব। অসম ৰাজ্যখন ভাৰতৰাষ্ট্ৰৰ অংগ হলেও অসমীয়া ভাষা-সংস্কৃতিক অৱলম্বন কৰি জাতি হিচাপে অসমীয়াৰ এটা নিজস্ব স্থিতি আছে। সেই স্থিতিটো ৰক্ষা কৰিবলৈ হ'লে অসমীয়া চেতনাবোধ অটুট ৰাখি অসমীয়া জাতিয়ে অসম ৰাজ্যৰ সীমাৰ ভিতৰত জীৱন-প্ৰবৰ্তনৰ উপায়স্বৰূপ আহিলাসমূহ অসমীয়া মানুহৰ আয়ত্বাধীন অধিকাৰত ৰাখিব পাৰিব লাগিব। কিন্তু স্বাধীনতা আন্দোলনৰ কালত চৰকাৰৰ সৈতে দেশৰ জনসাধাৰণৰ অসহযোগৰ সুযোগলৈ বিদেশী ইংৰাজ চৰকাৰৰ পৃষ্ঠপোষকতাত যেতিয়া অসমৰ বাহিৰৰপৰা হোৰ'হোৰে অসমলৈ আহিব ধৰা বিহাৰী, বঙালী, মৈমনচিঙীয়া আদি লোকে অসমৰ মাটি-বাৰী, চাকৰি-বাকৰি, বেহা বেপাৰ আদি সকলো অৰ্থনৈতিক ক্ষেত্ৰ দখল কৰি ভৱিষ্যতৰ কাৰণে অসমত অসমীয়া মানুহৰ অৱলম্বনসমূহ নাশ কৰাত প্ৰবৃত্ত হোৱা দেখা গ'ল তেতিয়া বাহিৰৰপৰা অসমীয়া জাতিৰ উৎসাহ নিৰোধ কৰিবলৈ বিচৰা প্ৰভাৱসমূহৰ বিৰুদ্ধে সচেতন হৈ উঠাটো অসমীয়া নেতাসকলৰ যথাযথ কৰ্ত্তব্য আছিল যদিও কংগ্ৰেছৰ ফালৰপৰা সেই কথালৈ মনকাণ দিবলৈ কোনেও উম-ঘাম কৰা নাছিল। তেওঁলোকে ভাবিবলৈ লৈছিল যে ভাৰতবৰ্ষৰ স্বাধীনতা লাভৰ আন্দোলনটোহে আগকথা। তাৰ মাজতে যদি অসমত অসমীয়াৰ ৰক্ষাৰ কথাত গুৰুত্ব দিয়া যায়, তেতিয়াহ'লে স্বাধীনতা লাভৰ লক্ষ্যত ব্যাঘাত পৰিব। ওপৰুৱাকৈ চালে কথাটো সঁচা যেন লাগিলেও বাহিৰাগতৰ সংখ্যাধিক্যই কোনো এখন আঞ্চলিক

ক্ষেত্ৰৰ মূল অধিবাসীসকলৰ ভাষিক, সাংস্কৃতিক, অৰ্থনৈতিক এনেকি ভবিষ্যতৰ ৰাজনৈতিক অধিকাৰো ক্ষুণ্ণ কৰিব পৰা জন্ম দিয়া পৰিস্থিতি এটা ইংৰাজ শাসনাধীন ভাৰতবৰ্ষত, অসমৰ বাহিৰে আন কোনো প্ৰদেশতেই ইমান প্ৰবলভাৱে ঘটা নাছিল কাৰণেই বোধহয় কংগ্ৰেছৰ ৰাষ্ট্ৰীয় নেতাসকলেও অসমত অসমীয়াৰ জাতীয় স্বাৰ্থ ৰক্ষা কৰা কথাষাৰৰ মৰ্ম হৃদয়ংগম কৰিব পৰা নাছিল ; আৰু অসমৰ অসমীয়া কংগ্ৰেছীসকলৰ মনতো কোনো বিপদৰ ভাবে ৰেখাপাত কৰা নাছিল। তেওঁলোকে বুজা নাছিল যে স্বাধীনতা লাভলৈ বাট চাই থাকি অসমত অসমীয়াৰ প্ৰাদেশিক সমস্যা সমাধানৰ কথা পিচ পেলাই থৈ দিলে 'ধান পকে মানে টুনীৰ মৰণ' হ'ব।

অসমত অসমীয়াৰ অস্তিত্বক কেন্দ্ৰ কৰি উদ্ভৱ হোৱা প্ৰাদেশিক সমস্যাৱলীক কেন্দ্ৰ কৰিয়ে অসমৰ কংগ্ৰেছী নেতাসকলৰ সৈতে অম্বিকাগিৰী ৰায়চৌধুৰীৰ মতৰ অমিল আছিল। পণ্ডিত জৱাহৰলাল নেহেৰুৱেও ৰায়চৌধুৰীৰ চিন্তাক বিশেষ মূল্য দিব পৰা নাছিল। অসমীয়াৰ জাতীয় পৰিচয় বিনাশ কৰিব পৰা ধৰণেৰে বাহিৰৰ লোকে আহি অসম ভৰি পৰা প্ৰসংগত এবাৰ পণ্ডিত জৱাহৰলাল নেহেৰুৱে বিৰূপ মনোভাৱ প্ৰদৰ্শন কৰাত ৰায়চৌধুৰীয়ে কৈছিল, "পণ্ডিতজী, যদি আজি অসমত ঘটা অৱস্থাৰ নিচিনা পৰিস্থিতি ইউ, পি, আদি প্ৰদেশতো হ'লহেঁতেন, তেনেহলে সেই সমস্যাৰ সমাধান আপুনি কি পদ্ধতিত কৰিলহেঁতেন ?" সেই প্ৰশ্নৰ উত্তৰ জৱাহৰলাল নেহেৰুৱে সঠিকভাৱে নিদি ফালৰি কাটি গৈছিল। অৱশ্যে ডিগবৈৰ ৰাজহুৱা সভা এখনত তেখেতে স্বীকাৰ কৰিছিল যে অসমলৈ বাহিৰৰপৰা সংখ্যাধিক্যৰূপে অহা লোকৰ সমাগমে প্ৰদেশখনৰ ৰাজনৈতিক পৰিস্থিতিত গভীৰভাৱে প্ৰভাৱ পেলোৱাৰ আশংকা আছে।

অসমত অসমীয়াৰ অস্তিত্ব ৰক্ষাৰ পথত দেখা দিয়া বাধাসমূহ আঁতৰোৱাৰ ক্ষেত্ৰতহে অসমৰ কংগ্ৰেছী নেতাসকলৰ সৈতে অম্বিকাগিৰী

ৰায়চৌধুৰীৰ মতানৈক্য ঘটিছিল। তেখেতে সঘনে উল্লেখ কৰিছিল যে প্ৰাদেশিক স্বতন্ত্ৰতা ৰক্ষাৰ প্ৰতিশ্ৰুতি কংগ্ৰেছৰ বেলগ্ৰামৰ প্ৰস্তাৱতে আছে। কংগ্ৰেছে স্বাধীনতা লাভৰ পিছত ভাষিক ৰাজ্যসমূহৰ প্ৰতিশ্ৰুতি দি থৈছে। গতিকে অসমত অসমীয়াৰ জাতীয় প্ৰাদেশিক অস্তিত্ব ৰক্ষা কৰিবলৈ চলোৱা যত্ন কেতিয়াও সৰ্বভাৰতীয় ঐক্যৰ বিৰোধী হ'ব নোৱাৰে। বিশেষকৈ অসম প্ৰদেশো ভাৰতবৰ্ষৰ অংগ আৰু অসমীয়া জাতিও ভাৰতীয় মহাজাতিৰ অন্তৰ্গত কাৰণেই, অসমলৈ স্থায়ীৰূপে বসবাস কৰিবলৈ অহা বাহিৰৰ লোকসকলে নিজক অসমৰ সামূহিক গণ-জীৱনৰ লগত লাহে লাহে লীন নিয়াই থলুৱা স্বাৰ্থৰ সৈতে বাহিৰাগতৰ স্বাৰ্থৰ সংঘাত ঘটাৰ সম্ভাৱনা নাশ কৰাহে উচিত।

অসমত অসমীয়াৰ সামূহিক কল্যাণৰ স্বাৰ্থ আওকাণ কৰি, আনৰ গোজপোতা স্বাৰ্থ বা অধিকাৰ সাব্যস্ত কৰিবলৈ নিৰিচাৰিলে অসমীয়া জাতিৰ সৈতে আন কোনো লোকৰেই কোনো বিৰোধ ঘটাৰ সম্ভাৱনা নাই। এই কথাটোকে অম্বিকাগিৰী ৰায়চৌধুৰীয়ে চিৰকাল মানুহক বুজাবলৈ যত্ন কৰি আহিছিল। কিন্তু অসমৰ বুকুত অসমীয়া জাতীয়তা বিৰোধীসকলে প্ৰতিষ্ঠা কৰিবলৈ বিচৰা সম্প্ৰদায়বাদৰ স্বাৰ্থ বাহেম কৰাৰ উদ্দেশ্যত ৰায়চৌধুৰীৰ মতবাদক বিচ্ছিন্নতাবাদী মতবাদ আখ্যা দিছিল। কিন্তু ১৯০৪ চনৰেপৰা ৰাজনৈতিক জীৱন আৰম্ভ কৰা ৰায়চৌধুৰীয়ে কথাই কামে কোনোদিনে অসমক ভাৰতবৰ্ষৰ ৰাষ্ট্ৰীয় জীৱনৰপৰা আঁতৰাই নিয়াৰ বাবে যত্ন কৰা নাছিল।

অম্বিকাগিৰী ৰায়চৌধুৰীয়ে স্থাপন কৰা "সংৰক্ষিণী হৈছে- নিজস্ব স্বাধীন আদৰ্শানুযায়ী বাধাহীন মুক্ত গতি ৰ নিজৰ বিৰাটত্ব সম্পূৰ্ণকৈ উপলব্ধি কৰি নিজৰ ভিতৰত জগৎশক্তিৰ পৰিপূৰ্ণৰূপ পৰিস্ফুট কৰি তুলিবলৈকে বিপুল নিৰ্ভৰ আৰু নিশ্চিত শক্তি সংগ্ৰহৰ অক্ষয় ভাণ্ডাৰ।"

# অম্বিকাগিৰী ৰায়চৌধুৰী আৰু জাতীয় মহাসভা

## দ্বিজেন্দ্ৰ নাৰায়ণ গোস্বামী

বিশেষ প্ৰতিভাশালী লোকসকলক কোনো যুগেতেই সৰ্বসাধাৰণে নুবুজে বা বুজিলেও ভুলকৈ বুজে ই কাৰো ইচ্ছাকৃত কাৰ্য নহয়। সেই প্ৰতিভাশালী ব্যক্তিজনৰ চিন্তাৰ লগত মিলি যাবপৰাকৈ সাধাৰণ মানুহৰ চিন্তা উন্নত নহয় বাবেই এনেকুৱা হয়। অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীও তেনে এজন ব্যক্তি আছিল। তেওঁৰ জীৱন কালতেই তেওঁৰ নানা কটু সমালোচনা হৈছিল: বহুতো সৰ্বভাৰতীয় নেতাৰ দৃষ্টিত তেওঁ প্ৰাদেশিকতাবাদী আছিল; বঙাল-খেদা আন্দোলনৰ নেতা আছিল। বহুতো তথাকথিত প্ৰগতিশীলৰ বাবে তেওঁ আছিল সংকীৰ্ণমনা। ভাৱাবেগৰ বশৱৰ্তী হৈ বাস্তৱতাক বিসৰ্জন দি যিসকললোকে তেনেদৰে ভাবিছিল— সেইসকলৰ বহুতৰে হয়তো (যিসকল জীৱিত আছে) এতিয়া শুভবুদ্ধিৰ উদয় হৈছে। আজি সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলৰ মানুহে মৰ্মে মৰ্মে উপলব্ধি কৰিছে অম্বিকাগিৰীৰ সেই সাৱধান বাণী। যদি উপযুক্ত সময়ত শুনিলে-হেঁতেন, তেনেহলে হয়তো আজি যি সমস্যাৰ মাজত এই সৰু সৰু জাতিসমূহে মৃত্যুৰ ক্ষণ গণিব লাগিছে, সেই সমস্যাৰ সন্মুখীন হব নালাগিলহেঁতেন। আঠুৰ ওপৰত উঠা চুৰিয়াখন আৰু হাতত লাখুটিডাল লৈ অসম, অসমীয়াৰ ভৱিষ্যত সম্বন্ধে ভাবি অস্থিৰ ভাবেৰে ঘূৰি ফুৰা ৰায়চৌধুৰী এক চিৰ অশান্তিত ভুগি আছিল। দূৰ দৃষ্টিসম্পন্ন এই মহাপুৰুষ গৰাকীয়ে দেখিছিল এনেহুৱা অসতৰ্ক এই এই অসমীয়া জাতিৰ ভৱিষ্যত কি হব! আৰু এই আতঙ্কৰ মাজতেই ৮২ বছৰ বয়সত উচ্চ ৰক্তচাপ ৰোগত তেওঁৰ মৃত্যু হয়।

বিশিষ্ট সাংবাদিক সতীশচন্দ্ৰ কাকতিয়ে 'ৰায়চৌধুৰীৰ জীৱন এটি সাধৰ' নামৰ প্ৰবন্ধত উল্লেখ কৰিছে যে ১৯৬৬ চনৰ ২৩ ডিচেম্বৰৰ দিনা 'Agena de Press nternational' নামৰ পশ্চিম জাৰ্মানীৰ এটা বাতৰি যোগনিয়াৰ প্ৰতিষ্ঠানৰপৰা এটা সংবাদ তেওঁেতে পায়। সংবাদটোৰ মতে পশ্চিমবঙ্গ, ভেতিয়াৰ পূব-পাকিস্থান আৰু অসমক লৈ এখন সাৰ্বভৌম বংগদেশ গঠনৰ পৰিকল্পনা আছিল। কাকতিদেৱৰ পৰা এই খবৰটো পাই ৰায়চৌধুৰী ইমান চিন্তান্বিত হৈছিল যে সিয়েই তেওঁৰ আকস্মিক মৃত্যুৰ কাৰণ হৈ পৰিল।

উপযুক্ত সময়ত তথাকথিত দেশনেতাসকলে ৰায়চৌধুৰীৰ সকিয়নি শুনাহেঁতেন আজি স্বাধীনতাৰ প্ৰায় ৪০ বছৰ পূৰ্ণ হবৰ সময়তো অসম মাতৃক বিদেশীৰ অসামৰিক আক্ৰমণৰপৰা ৰক্ষা কৰিবলৈ ৬০০ বা অধিক উঠি অহা তেকা দেশপ্ৰেমিকৰ বুকুৰ কেঁচা তেজৰে মাতৃভূমি বঞ্চিত হব লগা নহলহেঁতেন। হাজাৰ হাজাৰ অকাল বৃদ্ধবনিতাক বুকুৰ মেৰুৰীৰ নিচিনাকৈ গুলিয়াই, সঙ্গীনেৰে খুচি, বুট জাতাৰে গুধিয়াই বিকলাঙ্গ কৰিব নোৱাৰিলেহেঁতেন।

ৰায়চৌধুৰী বহুমুখী প্ৰতিভাৰে উদ্ভাসিত এক অনন্য সাধাৰণ ব্যক্তি আছিল। খুব কম মানুহৰ ক্ষেত্ৰতহে এনেকুৱা বৈচিত্ৰ্যপূৰ্ণ ব্যক্তিৰ দেখিবলৈ পোৱা যায়। তেওঁ একেধাৰে কবি, নাট্যকাৰ গীতিকাৰ, সুৰকাৰ, সংবাদসেৱী ৰাজনৈতিক আৰু সৰাতকৈ উৰ্ধত নিস্বাৰ্থ দেশপ্ৰেমিক আছিল। ড. বাণীকান্ত কাকতিদেৱে তেওঁৰ সম্বন্ধে মন্তব্য কৰিছিল এনেদৰে : He is a mutiple personality. But he is at bottom a poet and his public programme is too often poetry in fire works.

পৰাধীনতাৰ শিকলি চিঙি দেশমাতৃক মুক্ত কৰিবলৈ কুৰি শতিকাৰ প্ৰথম দশকত (১৯০৫ চনত) অবিভক্ত বঙ্গদেশত এটাৰ

দেশ প্ৰেমিকে সন্ত্ৰাসবাদৰ আশ্ৰয় লৈছিল। লাহে লাহে এই সন্ত্ৰাসবাদে বাৰুকৈয়ে গা কৰি উঠিছিল। ইংৰাজ চাহাববোৰক য'তে পায় তাতেই গুলিয়াই হত্যা কৰিছিল। পূৰ্ববঙ্গ আৰু অসমৰ লাটচাহাব চাৰ বেম্‌ফিল্ড ফুলাৰ চাহাবৰ অত্যাচাৰ সেই সময়ত সৰ্বজনবিদিত আছিল। বঙ্গদেশৰ এই অদম্য সাহসী উগ্ৰ দেশপ্ৰেমিক ডেকাসকলৰ আদৰ্শেৰে অনুপ্ৰাণিত অম্বিকাগিৰীও অসমত ইয়াৰ শাখা খোলে। গুৱাহাটীত থকা 'ইউৰোপীয়ান ক্লাব' জুই লগাই পুৰি পেলোৱা হয়। গুৱাহাটী শিলং পথত লাটচাহাব বেম্‌ফিল্ড ফুলাৰ চাহাবক হত্যা কৰিবলৈ লোৱা প্ৰচেষ্টা ব্যৰ্থ হয় আৰু ৰায়চৌধুৰীৰ সহযোগীসকল ধৰা পৰে। এই ঘটনাৰ পাছৰেপৰা তেওঁৰ মতাদৰ্শৰ বিৰাট পৰিৱৰ্তন ঘটে। সন্ত্ৰাসবাদ পৰিত্যাগ কৰি গান্ধীজীৰ নেতৃত্বত গা কৰি উঠা কংগ্ৰেছ মহাসভাৰ প্ৰতি তেওঁ লাহে আকৃষ্ট হয় আৰু ১৯২১ চনৰ ২১ জানুৱাৰীৰ দিনা বৃটিচে তেওঁক গ্ৰেপ্তাৰ কৰি দুবছৰ সশ্ৰম কাৰাদণ্ড দিহে। তেওঁৰ এই সশ্ৰম কাৰাবাসৰ বিৱৰণ এক বেলেগ অধ্যায়। প্ৰথমতে এনাৰ্কিষ্ট আছিল যদিও পিছত তেওঁ একান্ত গান্ধীবাদী হৈ পৰিছিল।

লাহে লাহে তেওঁৰ ৰাজনৈতিক দৃষ্টিভঙ্গীৰ আকৌ পৰিৱৰ্তন ঘটিল। তেওঁ হৃদয়েৰে উপলব্ধি কৰিছিল যে সুমহান ভাৰতীয় জাতিক শক্তিশালী কৰিবলৈ হলে ইয়াৰ অঙ্গৰাজ্যসমূহে নিজ নিজ ভাষা-সংস্কৃতি আদি ৰক্ষা কৰিব লাগিব আৰু কোনো ঠাইৰ মানুহ আন ঠাইলৈ গৈ পাম পাতিব নোৱাৰিব। এখন ৰাজ্যৰপৰা আন এখন ৰাজ্যলৈ গলে তাক নিজৰ ঘৰ হিচাবে লব লাগিব; আৰু সেই ৰাজ্যৰ মঙ্গলৰ বাবে সৰ্বতোপ্ৰকাৰ যত্ন কৰিব লাগিব। এই আদৰ্শেৰেই ১৯২৬ চনৰ এপ্ৰিল মাহৰ ছয় তাৰিখে ৰায়চৌধুৰীৰ 'চেতনা' কাৰ্যালয়ত আবেলি চাৰে পাঁচ বজাত মৌলবী চাহ চৈয়দ মহিবুল হক, বি. এল. ডাঙৰীয়াৰ সভাপতিত্বত বহা সভাত অসমৰ

জাতীয় অস্তিত্ব ৰক্ষাৰ বাবে 'অসম সংৰক্ষিণী সভা'ৰ জন্ম হয়; আৰু ১৯২৬ চনত পাণ্ডুত বহা ৪৬ তম কংগ্ৰেছ মহাসভাৰ মণ্ডপতে গড়মূৰীয়া সত্ৰাধিকাৰ ৺পীতাম্বৰ গোস্বামীৰ সভাপতিত্বত 'অসম সংৰক্ষিণী সভা'ৰ প্ৰথম অধিবেশন পাতে। সংৰক্ষিণীৰ উদ্দেশ্য ব্যাখ্যা কৰি তেওঁ কৈছিল: '......এইদৰে অসমবাসী বঙালী, মাৰোৱাৰী, পাঞ্জাবী ভাইসকলকো ক'ম যে আপোনালোকৰ স্বাৰ্থ সমান কৰি লৈ অসমৰ বৃহৎ অসমীয়া জাতিৰ অন্তৰ্ভুক্ত হৈ ভাৰতত অসমীয়া জাতিৰ বিশিষ্টতা দৃঢ়ভাবে প্ৰবৰ্তাবৰ দিহা কৰক ...।" বিশেষ বিদেশী-লোক ১৯২৬ চনৰ আগতে অসমলৈ আহিছিল আৰু স্থায়ীভাবে বসবাস কৰি আছে তেওঁলোকক সংৰক্ষিণীয়ে আদৰি লোৱাৰ ব্যৱস্থা আছিল। তেওঁলোকে, "মই অসমীয়া ভাষাক মোৰ নিজ ভাষাৰূপে গ্ৰহণ কৰি লৈ আজিৰপৰাই মই অসমীয়া জাতিৰ অন্তৰ্ভুক্ত হলোঁ।" বুলি প্ৰতিশ্ৰুতি দি এই সভাৰ সভ্য হব পাৰিছিল। কিন্তু দুখৰ বিষয় যে সেই সময়ৰ বহুতো সৰ্বভাৰতীয় নেতাই এই সভাৰ বিৰোধিতা কৰিছিল। এই সভা ভাৰতৰ স্বাধীনতা আন্দোলনৰ পৰিপন্থী আছিল বুলি তেওঁলোকে ভাবিছিল। পমুৱাসকলৰ আমদানিৰ ফলত অসমৰ সামাজিক, ৰাজনৈতিক জীৱন যে বিপন্ন হৈ পৰিছিল আৰু এদিন অসমীয়া জাতি কালৰ অতল গৰ্ভত নিঃশেষ হৈ যাব এই কথা ৰায়চৌধুৰীদেৱে তেতিয়াই উপলব্ধি কৰিছিল। বৰ বৰ নেতাসকলে তেওঁক সংকীৰ্ণমনা, সাম্প্ৰদায়িক, অন্ধ, মূৰ্খ আদি আখ্যা দিছিল। কিন্তু সংৰক্ষিণী সভাৰ মূল উদ্দেশ্য আছিল "জাতি, ধৰ্ম, নিৰ্বিশেষে অসম উপত্যকা, খাছীয়া, জয়ন্তীয়া, গাৰো, নগা, আবৰ, মিচিমি, অকা, ডফলা, মিকিৰ (কাৰ্বি) পাৰ্বত্য বিভাগ, মিলজীয়া কছাৰীসকল বাস কৰা কাছাৰ খণ্ড, আৰু মণিপুৰৰ খিলজীয়া অধি-বাসী আৰু অসমত স্থায়ীভাবে বাসকৰি থকা বঙ্গ, উৰিষ্যা, নেপাল, আফগানিস্থান আদি দেশৰ আন লোকসমষ্টিৰ ৰাজনৈতিক, অৰ্থনৈতিক,

সামাজিক আদি সকলো বিষয়তে এক জাতীয় স্বাৰ্থত সাঙোৰ খুৱাই সবল সংগঠনেৰে ভাৰতীয় যুক্ত ৰাষ্ট্ৰৰ শক্তিশালী অঙ্গৰূপে জাতীয় জীৱনৰ পূৰ্ণবিকাশৰ সুবিধাৰ নিমিত্তে নিজ দেশত জাতীয় স্বৰাজৰ সম্পূৰ্ণ দায়িত্ব গ্ৰহণ কৰিবলৈ অসমীয়াক উপযুক্ত কৰি তোলা।” ইয়াত কোনো সংকীৰ্ণতাৰ গোন্ধ নাই। নিজৰ প্ৰদেশখনৰ সৰ্বতো-প্ৰকাৰে মঙ্গল সাধন কৰি সকলোৱে মিলা-প্ৰীতিৰে থাকিবলৈ বিচৰাত সংকীৰ্ণতাৰ গোন্ধ পোৱাটো আচৰিত কথা। জাতীয় জীৱনক সকলো ফালৰপৰা ৰক্ষা কৰিবলৈ বিচাৰি ধ্বংসৰ মুখৰপৰা অসমীয়া জাতিটোক ৰক্ষা কৰি অসমত বসবাস কৰিবলৈ অহা লোকৰ স্বাৰ্থ সংৰক্ষণ কৰিবলৈ ‘অসম সংৰক্ষিণী সভা’ৰ জন্ম দিছিল অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীদেৱে।

অসমৰ ইমূৰৰপৰা সিমূৰলৈ সংৰক্ষিণীৰ শাখাসমূহ গঢ়ি উঠিছিল। বাগ্মীবৰ নীলমণি ফুকনদেৱক সভাপতি হিচাপে লৈ সাধাৰণ সম্পাদক অম্বিকাগিৰী ৰায়চৌধুৰী, কৰ্মীদল সংগঠক মাধৱচন্দ্ৰ বেজবৰুৱা আৰু মহেন্দ্ৰনাথ ডেকাফুকনে সমগ্ৰ অসম পৰিভ্ৰমণ কৰি ইয়াৰ শাখা-উপশাখা গঠন কৰি ফুৰিছিল। এই সভাবোৰত হিন্দুস্থানী, নেপালী, মৈমনচিঙীয়া আদি সকলো সম্প্ৰদায়ৰ লোকে যোগদান কৰিছিল। সেই সময়ত অসমৰ প্ৰায় সকলো গুণী জ্ঞানী লোক সংৰক্ষিণীৰ লগত জড়িত আছিল; আৰু সংৰক্ষিণীয়েই আছিল অসমীয়া জাতিৰ জাতীয়সত্তা ৰক্ষাৰ একমাত্ৰ সমূহীয়া মঞ্চ। পদ্মনাথ গোহাঞিবৰুৱা, ৰঘুনাথ চৌধাৰী, নীলমণি ফুকন, ৰত্নাকান্ত বৰকাকতি, জ্ঞাননাথ বৰা, বিৰিঞ্চি কুমাৰ বৰুৱা, তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ, বিষ্ণুৰাম মেধি, মৌলবী তৈয়বউল্লা, প্ৰমথনাথ চক্ৰৱৰ্তী, যোগসিং ছেত্ৰী, কিছনধাৰী কৰ্মকাৰ, শ্ৰীৰামপ্ৰসাদ আগৰৱালা, গোবিন্দলাল উপাধ্যায়, মাধৱচন্দ্ৰ বেজবৰুৱা, মহেন্দ্ৰনাথ ডেকা ফুকন আদি বিশিষ্ট ব্যক্তিসকলৰ সহযোগত সংৰক্ষিণী অসমৰ

জাতীয় মঞ্চলৈ ৰূপান্তৰিত হৈছিল। বিভিন্ন ধৰ্ম, ভাষা আৰু সম্প্ৰদায়ৰ লোক ইয়াৰ সভ্য হৈছিল আৰু ইয়াৰ আনুগত্য স্বীকাৰ কৰিছিল। সেই সময়ৰ মৈমনসিঙীয়া সম্প্ৰাদায়ৰ আগশাৰীৰ নেতা মুন্সি ইব্ৰাহীম ছেখে সংৰক্ষিণীৰ প্ৰতি অনুগত্য স্বীকাৰ কৰি ১৯৩৬ চনৰ ১ ফেব্ৰুৱাৰীত তেজপুৰত বহা সংৰক্ষিণীৰ মুকলি অধিবেশনত কৈছিল, "অসমীয়াসকলে আমাক সাদৰেৰে গ্ৰহণ কৰিছে। অসমদেশত আমি চিৰকাল থাকিম যেতিয়া ইয়েই আমাৰ মাতৃভূমি। আমি যেতিয়া বঙ্গদেশ ত্যাগ কৰিব পাৰিছোঁ; বংগভাষাও ত্যাগ কৰি অসমীয়া ভাষা গ্ৰহণ কৰিব পাৰিম। বৰ্ত্তমান মোৰ মাতৃভাষা অসমীয়া। মই মৈমানসিঙীয়াৰ মাজত স্কুল পাতি অসমীয়া ভাষাৰ প্ৰচাৰ কৰাত ব্ৰতী আছোঁ।"

কিছুমান বিশেষ কাৰণত ৰায়চৌধুৰী 'সংৰক্ষিণী সভা'ৰপৰা আঁতৰি আহিছিল। কিন্তু ভাষা জননীৰ এই অতন্দ্ৰ প্ৰহৰী গৰাকী বেছিদিন তেনেদৰে আঁতৰি থাকিব নোৱাৰিলে। তেওঁ উপলব্ধি কৰিলে যে অসমীয়া জাতিৰ সকলোকালে চকু দিব পৰা কোনো সংগঠন নাই। এইভাৱে থাকিলে এনে এটি দিন আহিব যেতিয়া হয়তো বহিৰাগতৰ হেঁচাত এই জাতিটো চিৰকালৰ বাবে নিশ্চিহ্ন হৈ যাব। সেয়েহে, সংৰক্ষিণীৰ আদৰ্শসমূহকে আগত ৰাখি তেওঁ 'অসম জাতীয় মহাসভা' গঢ়ি তোলে। জাতীয় মহাসভা গঢ়া সম্বন্ধে তেওঁ ডেকা অসমৰ ৬ষ্ঠ বছৰ, ১৯শ সংখ্যাত এনেদৰে লিখিছিল, "অসমৰ কছাৰী, মিৰি, লালুং, খাছিয়া, গাৰো, নগা, কলিতা, চুতিয়া, কোচ, মণিপুৰী আদি মূল জাতি আৰু আহোম, বামুণ, কায়স্থ আদি পাছত আহি ৰাজক্ষমতা বা সমাজক্ষমতা চলাই মিলি যোৱা লোকসংঘ আৰু তাৰ পাছত আহি নেপালী, মৈমনসিঙীয়া, পাঞ্জাবী, বিহাৰী, মাৰোৱাৰী আদি স্থায়ী হোৱা

লোকসমষ্টিৰ অসম দেশ আৰু অসমীয়া ভাষাক কেন্দ্র কৰি গঠিত হোৱা সমগ্র সংঘবদ্ধতাৰ বাহিৰে যে অসমত অসমীয়াৰ জাতীয় স্বার্থ সংৰক্ষণ, প্রতিপালন আৰু সংগঠনৰ আন একো উপায় নাই, সেইকথা সর্বতোভাবে উপলব্ধি কৰি সংৰক্ষিণী সভাই নিয়মতন্ত্র আৰু নীতি ৰচনা কৰি ১৯২৬ চনৰপৰা ১৯৩৫ চনলৈ পূৰা দহ বছৰ নেৰানেপাৰাকৈ কাম কৰি আছে; কিন্তু কুগ্রহৰ উপদ্রৱত ১৯৩৬ চনত সংৰক্ষিণীৰ কার্য-প্রণালী কিছুদিনলৈ বন্ধ ৰাখি ডেকা অসমৰ ভৱিষ্যতে তাৰ তত্ত্ব আৰু সত্য প্রচাৰ কৰি সেই চনতে কৰি বন্ধু বহুকান্ত বৰকাকতী ডাঙৰীয়াৰ যতনত নগাঁৱৰ ঢিং অঞ্চলত আঠখন মৌজাৰ যি বিৰাট সভা পতা হয়, তাতেই গুৱাহাটীত হেড অফিচ ৰাখি 'অসম জাতীয় মহাসভা' নামে অনুষ্ঠানখন পতা হয়।"

'জাতীয় মহাসভা'ই লোৱা আঁচনিসমূহৰ ভিতৰত প্রধান আছিল সেই সময়ত একশ্রেণীৰ কর্মচাৰীয়ে কেনেদৰে চেষ্টাচৰ সময়ত অসমত অসমীয়া সংখ্যাগৰিষ্ঠ নহয়, তাৰ বাবে কৰা অপচেষ্টা বিফল কৰিবলৈ লোৱা কার্যপন্থা। বাইজক এই বিষয়ে সজাগ কৰিবলৈ জাতীয় মহাসভাই নানা ধৰণে যত্ন কৰিছিল। উদাত্ত কণ্ঠেৰে অসম কেশৰী ৰায়চৌধুৰীদেৱে বিভিন্ন সভা-সমিতি আদিত ৰাইজক এই বিষয়ে সকিয়াই দিছিল। ইয়াৰ উপৰি অনা-অসমীয়া লোক থকা ঠাইসমূহত অসমীয়া স্কুল আদি পাতিবলৈ আঁচনি লৈছিল। তেতিয়াৰ মহকুমাৰ বিভিন্ন ঠাইত সভা পাতি এই বিষয়ে নানা প্রস্তাৱ আদি গ্রহণ কৰিছিল আৰু চৰকাৰৰ ওচৰত আপত্তি দর্শাইছিল, কেনেদৰে এচাম ধূৰন্ধৰ কর্মচাৰীয়ে চেষ্টাচত নিজকে অসমীয়া বুলি কোৱা মানুহবিলাকৰ ভাষা বঙালী দেখুৱাইছিল। ইয়াৰ উপৰিও জাতীয় মহাসভাই বিভিন্ন সময়ত বিভিন্ন কার্যাৱলী গ্রহণ কৰিছিল। এইসমূহৰ ভিতৰত স্বাধীনতাৰ আগবেপৰা স্বাধীনতাৰ পৰবর্তী কালতো অসমলৈ বৈ থকা পমুৱা আৰু ভগনীয়াৰ

অবাধ গতি ৰোধ কৰি অসমত অসমীয়াৰ অস্তিত্ব ৰক্ষাৰ প্ৰচেষ্টা অন্যতম। স্বাধীনতাৰ আগৰেপৰা তেওঁ সক্ৰিয়াই আছিল—ভৱিষ্যতে অসমত হ'ব পৰা ভূমি-সমস্যা সম্বন্ধে। দেশ-বিভাজনৰ পিছত ভগনীয়াৰ এটি নিৰ্দিষ্ট সংখ্যাহে অসমে গ্ৰহণ কৰিব লাগে বুলি তেওঁ বাৰে বাৰে সক্ৰিয়াই আছিল; কিন্তু বাস্তৱজ্ঞান পৰিহাৰ কৰি আবেগৰ বশৱৰ্তী হৈ তেতিয়াৰ তথাকথিত সৰ্বভাৰতীয় অসমীয়াৰ নেতাসকলৰ বক্তৃতেই এই কথাত গুৰুত্ব নিদিলে, যাৰ পৰিণতি আজি অসমে ভোগ কৰিব লগা হৈছে।

বৃটিচ মন্ত্ৰী মিছনৰ কুখ্যাত গ্ৰুপিং আঁচনি, যাৰদ্বাৰা অসমখন পাকিস্তানৰ অন্তৰ্ভুক্ত কৰিবলৈ বিচৰা হৈছিল, তাৰ বিৰুদ্ধে জাতীয় মহাসভাই প্ৰবল জনমত গঠন কৰিছিল। সেই সময়ৰ পাকিস্তানৰ আগশাৰীৰ নেতা মৌলানা ভাছানীয়ে ঘোষণা কৰিছিল যে তেওঁ ৬৫ হেজাৰ মুছলমান যুৱকক লৈ এটি মুজাহিদ বাহিনী গঠন কৰি অসম আক্ৰমণ কৰিব আৰু অসমখন পাকিস্তানৰ ভিতৰুৱা কৰিব। এই ঘোষণাই ৰায়চৌধুৰীক বজ্ৰৰ দৰে আঘাট কৰিছিল, আৰু লগে লগে তেওঁ সিদ্ধান্ত কৰিছিল ভাছানীক; এই পৰিকল্পনাৰ এক উপযুক্ত প্ৰত্যুত্তৰ দিব লাগিব আৰু সেই উদ্দেশ্যে তেওঁ ঘোষণা কৰিছিল যে দুইলাখ অসমীয়াৰদ্বাৰা এক 'অসম আত্মৰক্ষা বাহিনী' তেওঁ গঠন কৰিব আৰু ভাছানীৰ বাহিনীৰ প্ৰত্যক্ষ সংগ্ৰামৰপৰা অসম ৰক্ষা কৰিব। বিশেষ মনকৰিবলগীয়া কথা হ'ল এই বাহিনী ৰায়চৌধুৰীয়ে গঠন কৰিব বিচাৰিছিল অসমীয়াৰদ্বাৰাহে। ইয়াত কোনো ধৰ্মৰ কথা নাছিল আৰু সেইবাবেই জাতি-ধৰ্ম নিৰ্বিশেষে সকলোকে ইয়াত যোগ দিবলৈ আহ্বান কৰিছিল। আটাইতকৈ সুখৰ কথা হ'ল অসমীয়া জাতিৰ প্ৰাচীন অসাম্প্ৰদায়িক ঐতিহ্য অটুট ৰাখি ভাছানীৰ এই প্ৰত্যক্ষ সংগ্ৰামৰ মুক্তকণ্ঠে বিৰোধিতা কৰিছিল অসমৰ অসমীয়া মুছলমান নেতা ছাৰ মহম্মদ চাদুল্লাই। অসমৰ এই দুৰ্যোগৰ অমানিশা ৰায়চৌধুৰী নিজেই স্বনামধন্য চাৰ মহম্মদ চাদুল্লাৰ

ওচৰলৈ গৈ কৈছিল: "ককাইদেউ, অসমৰ ভাগ্য আজি আপোনাৰ হাতত। বংগদেশৰ সাম্প্রদায়িক নৰক অসমত সৃষ্টি হোৱাত বাধা দিয়ক। অসমত প্ৰত্যক্ষ সংগ্ৰামৰ পাতনি মেলিলে, হিন্দু মুছলমান নিৰ্বিশেষে আমি সকলো অসমীয়া ধ্বংস হম।" যিয়েই নহওক প্ৰত্যক্ষ সংগ্ৰামৰ ধ্বংসলীলাৰপৰা অসম ৰক্ষা পৰিল। ১৯৪৪ চনৰপৰা ১৯৪৭ চনলৈ জাতীয় মহাসভাৰ সভাপতি আছিল মঃ হেৰাচং উল্লা। ৰায়চৌধুৰী স্থায়ীভাবে ইয়াত সাধাৰণ সম্পাদক আছিল।

অসমৰ স্বাৰ্থ ৰক্ষাৰ্থে সকলো কথাতে মাত মতা এই 'জাতীয় মহাসভা' বিভিন্ন কাৰণত ১৯৫৪ চন মানৰপৰা নিষ্ক্ৰিয় হৈ পৰিল। অসম জাতীয় মহাসভা নিষ্ক্ৰিয় হৈ পৰিলেও ৰায়চৌধুৰী নিষ্ক্ৰিয় হৈ পৰা নাছিল। কৈশোৰৰপৰা ৮২ বছৰ বয়সত মৃত্যুৰ মুহূৰ্তলৈকে হাতত লাখুটিডাল লৈ সিংহৰ নিচিনা গৰ্জন কৰি অসমীয়া জাতিক ঘুমুটিৰপৰা জগাই দি আত্মৰক্ষাৰ বাবে সজাগ কৰি চিঞৰি চিঞৰি কৈ গ'ল— এই বাটে গলে অসম হাবি শুচি সুৰভিত নন্দন কাননত পৰিণত হব। অন্যথাই অসমীয়া জাতি চিৰদিনলৈ ধ্বংসৰ অতল গৰ্ভত লীন হৈ যাব।

# অম্বিকাগিৰী আৰু অসম যুৱক সমাজ

অনন্ত কুমাৰ শৰ্ম্মা

যুৱক শক্তিৰ প্ৰতীক প্ৰাণপ্ৰাচুৰ্য্যৰ আধাৰ অম্বিকাগিৰীয়ে দৈৱ বা অদৃষ্টক বিশ্বাস কৰিছিল নে কৰা নাছিল সি এক বিতৰ্কৰ বিষয়—আলোচনাৰ অন্য দিশ; কিন্তু অম্বিকাগিৰীয়ে পুৰুষাকাৰক যে বিশ্বাস কৰিছিল সেই কথা দুই কৰিব নোৱাৰি। 'ৰকণা' ছপাশাল স্থাপনৰ সাধুটি জানিলে যিকোনো লোকেই বুজিব পাৰিব যে অম্বিকাগিৰী আছিল পুৰুষাকাৰত অটল বিশ্বাসী, পূৰ্ণ-উদ্যমে উদিত ভাবুকৰ স্বৰূপ নবীন যুৱক। এঘটি পানী ছুপইচৰ মুৰিৰ লাক খাই তিনিদিন কটোৱাৰ পাছত নিজৰ উপাৰ্জনৰ ধনেৰে জহাচাউলৰ ভাত আৰু বৌমাছৰ মূৰৰ আঞ্জাৰে এসাজ খোৱাৰ কাহিনীৰ মাজত অম্বিকাগিৰীৰ জীৱন-দৰ্শনৰ এই দিশটো প্ৰতিভাত হোৱা বুলি কলে ভুল কোৱা নহ'ব।

ইংৰাজী কবি ক'লেৰিজৰ কবিতা এটিত ("ইয়ুথ্ এণ্ড এজ্) যুৱক কাক বোলা হয় এইকথা সুন্দৰভাৱে বৰ্ণনা কৰা হৈছে। জীৱনৰ সোণামুৱা সময় চোৱাৰ বিষয়ে থকা সেই কবিতাৰ বৰ্ণনা জানি বুজি অম্বিকাগিৰী চিৰযুৱক হৈ থাকিব বিচাৰিছিল নেকি বুজা নাযায়; কিন্তু জীৱনৰ অন্তিম কালত যুৱক সমাজ নামৰ অনুষ্ঠান এটা পাতি সেই অনুষ্ঠানৰ দায়িত্বত থাকিবলৈ আপত্তি নকৰা অম্বিকাগিৰী এটা জাতিৰ যুৱশক্তিক প্ৰতীক হিচাবে লৈ সেই জাতিৰ কৰ্মপ্ৰাণ বা সক্ৰিয় কৰ্ম-শক্তিকে বুজাব খুজিছিল বুলি ভবাৰ থল আছে। বিশেষকৈ, তেওঁৰ সমসাময়িক গুণমুগ্ধ আনন্দাৰ বৰা, বেণুধৰ শৰ্ম্মা, দৈৱচন্দ্ৰ তালুকদাৰ, অতুল চন্দ্ৰ হাজৰিকা আদি অসমৰ ধনামধন্য পণ্ডিত-

সাহিত্যিকসকলে আমাক এই কথা জানিবলৈ দিছিল।

উত্তৰ-পূব পৰিষদ বুলি জন্মলাভ কৰা অসম পুনৰ্গঠন প্ৰস্তাৱৰ বেলিকা 'অসম যুৱক সমাজ'ৰ উদ্যোগত গুৱাহাটীৰ নবীনচন্দ্ৰ বৰদলৈ সভাগৃহত বহা ৰাজহুৱা সভাত সভাপতিত্ব কৰি বুদ্ধিজীৱি বেণুধৰ শৰ্মাই অসম ৰাজ্যৰ সন্মুখত উপস্থিত হোৱা সমস্যাৰ সন্দৰ্ভত অম্বিকাগিৰীৰ প্ৰাসঙ্গিকতা দৰ্শাই ডেকাগিৰী যে যুৱশক্তিৰ এক পুঞ্জীভূত শিও সেই কথাৰ উল্লেখেৰে অসম যুৱক সমাজ অম্বিকাগিৰীয়ে এক প্ৰসাৰণ বুলি মন্তব্য দিছিল আৰু পূৰ্বে যিদৰে অসমৰ সঙ্কট কালত অন্য নামাতিলেও অম্বিকাগিৰীয়ে এবাৰ মাত মাতিছিল সেইদৰে অসম যুৱক সমাজেও অসমীয়া জাতীয় স্বাৰ্থ বিপন্ন হোৱা মুহূৰ্তত মাত মাতিবলৈ লৈ অসমীয়াৰ মাজত অম্বিকাগিৰীক জীয়াই ৰাখিব বুলি অভিমত দিছিল। ইয়াৰপৰা এটা কথাই স্পষ্ট হৈ ওলাই পৰে যে ডেকাকালত বিশ্ববিজয়ৰ মনোভাব থকাৰ দৰে জাতীয় স্বাৰ্থৰক্ষাৰ হেতু সদাজাগ্ৰত থকাজন জাতিটোৰ প্ৰকৃত যুৱক, জাতিটোৰ শক্তিৰ প্ৰতীক, কৰ্মৰ চানেকি।

অসম যুৱক সমাজৰ উদ্যোগত গুৱাহাটীৰ নবীনচন্দ্ৰ বৰদলৈ হলত অম্বিকাগিৰীৰ মৃত্যুত আয়োজন কৰা শোকসভাত ভাষণ দি অধ্যাপক আব্দুল জেলিলে কৈছিল যে মৃত্যুত ডেকাগিৰী যুৱমানসত বিয়পি পৰিল। অসম যুৱক সমাজৰ প্ৰতিজন সদস্যৰে চেতনাত অম্বিকাগিৰী জ্বলন্ত বহ্নিক হিচাবে স্থান ললে।

১৯৬৯ চনত অসম যুৱক সমাজৰ বাৰ্ষিক অধিৱেশনৰ মুকলি সভাত ভাষণ দি সাহিত্যিক দৈৱচন্দ্ৰ তালুকদাৰে কৈছিল যে অম্বিকাগিৰী বিদৰে দৈহিক দিশত কামৰপৰা অৱসৰ লোৱাৰ বয়সতো জাতীয় সমস্যাৰ ক্ষেত্ৰত তৎপৰভাৱে মাত এবাৰকৈ মাতিছিল বা ৰাইজক সক্ৰিয় হবলৈ সকিয়াই দিছিল সেই সচেতনতাই তেওঁক যুৱক কৰিয়েই ৰাখিছিল। এজন সৰোপা কুঞ্জবাবু হৈ বুৰা ডেকাৰ তুলনাত

অক্ষম অথচ সদা সচেতন উদ্যাৰ অধিকাৰী বয়সিয়াল ব্যক্তিজন প্ৰকৃত যুৱক। সমস্যাবহুল অসমত কৰ্মী লাগে, কৰ্মপ্ৰাণ লোকৰ দৰ্কাৰ। সাধাৰণতে যিহেতু ডেকা কালটোৱেই কৰ্মৰ সময়, উদ্দাম জোৱাৰে প্ৰলয় কৰাৰ সময়, অসমৰ সমস্যাৰাজীৰ সন্মুখীন হোৱাৰ বাবে লাগে জোৱাৰ সদৃশ শক্তি আৰু সেই শক্তি হব লাগিব কৰ্মময়। গতিকে অসমক, অসমীয়া জাতিটোক লাগে যুৱক সদা জাগ্ৰত প্ৰাণ-প্ৰচুৰ্যৰ যুৱক: ফুলবাবু নহয়। অসম যুৱক সমাজ সেয়েহে ৺তালুকদাৰৰ মানত আছিল যুৱ শক্তিৰ প্ৰতীক অসমীয়া জাতীয় চেতনাক চিৰপ্ৰবাহমান কৰি ৰাখিব পৰা এটা অনুষ্ঠান, বিলাসবিহীন; কিন্তু উদ্দেশ্যত অটল বিশ্বাসী, অগ্নিকাগিৰী স্বৰূপ।

কেন্দ্ৰীয় চৰকাৰে নেফাত (বৰ্তমান অৰুণাচল) হিন্দী প্ৰচলনৰ দিহা কৰাত দিল্লীৰ ডুকুতি বুলি অভিহিত কৰি নেফাক আমাৰ পৰা বিচ্ছিন্ন কৰাৰ অভিসন্ধি বুলি অগ্নিকাগিৰীৰ আদৰ্শেৰে অসম যুৱক সমাজে ঘোৰ প্ৰতিবাদ কৰিছিল; কিন্তু ৰাজনৈতিক চক্ৰৰ পশ্চাৎতঘাতী কাৰ্যৰ বাবে ৰাজ্যজুৰি আন্দোলন কৰিব নোৱাৰিলে; আৰু সময়ত অৰুণাচলে জন্ম ললে।

অসমীয়া সংস্কৃতিৰ ৰক্ষাৰ হকে সদা যত্নবান অগ্নিকাগিৰীয়ে নিশাৰ ভিতৰতে অসমীয়াত নাট লিখাৰ ব্যৱস্থা কৰিছিল। সেই আদৰ্শ আগত ৰাখি অসমীয়া জাতিৰ জাতীয় সংস্কৃতিৰ যে অন্য নাম 'শঙ্কৰদেৱ' এই কথা ৰাইজৰ আগত দাঙি ধৰাৰ বাবে অসম যুৱক সমাজে ৺জ্ঞাননাথ বৰাদেৱৰ পৌৰোহিত্যত অনুষ্ঠিত আলোচনা চক্ৰত শঙ্কৰদেৱক আৰানাত ৰাখি অদৃশ্য ভগৱান হবলৈ নিদি অসমৰ জনগণৰ মাজত চিৰজাগ্ৰত গণদেৱতা হিচাবে জীয়াই ৰাখিবলৈকে তেওঁৰ বহুমুখী প্ৰতিভাৰ অভিলেখ অনুধাৱন কৰাৰ যত্ন কৰিছিল।

১৯৬০ চনৰ ভাষা আন্দোলনৰ সময়ত মিলিটাৰীৰ হাতত পৰা আমি ৭ জন ছাত্ৰক অগ্নিকাগিৰীয়ে তেওঁৰ ঘৰৰ সন্মুখত লাঠি জোকাৰি

এটো মুখুৰা ভাও ধৰি ৰক্ষা কৰিছিল। তেনে এটা উদ্দেশ্য আগত ৰাখি নগা বিদ্ৰোহ আৰু 'এপি.এইচ.এল.চি.ৰ' 'হিলষ্টেট'ৰ দাবীৰ বেলা অসম যুৱক সমাজে ৰাজ্য চৰকাৰক দিল্লীৰ লগত হাত মিলাই নগা আৰু খাছিসকলৰ মনৰ মাজত সোমোৱাৰ পৰামৰ্শহে দিছিল আৰু সেই উদ্দেশ্যত ছিলঙত যুৱক সমাজৰ কেন্দ্ৰ এটিও স্থাপন কৰা হৈছিল। কিন্তু অকাইচুকৰ বগৰীটোকেই বঙলা বগৰী বুলি কৈ আত্মতুষ্টি লাভ অৰ্থাৎ বাহিৰবটো ভাল এনে এটা হীন মনস্তাত্বিক ৰোগাক্ৰান্ত আমাৰ স্থানীয় নেতাসকলে দিল্লীৰ 'ভাল' বাণীহে ললে আৰু স্থানীয়ভাবে আমাৰ যুৱক সমাজক হীন, ঠেক গণ্ডীৰ বুলি তাচ্ছিল্য কৰাৰ চেষ্টা কৰি উপেক্ষা কৰা হ'ল। আনকি অসম যুৱক সমাজৰ পৰামৰ্শ একমাত্ৰ দৈনিক ইংৰাজী সংবাদ-পত্ৰ ট্ৰিবিউনতো প্ৰকাশ নোপোৱা হ'ল। এই সম্পৰ্কত এবাৰ তেতিয়াৰ সেই কাকতৰ সম্পাদক শ্ৰীসতীশচন্দ্ৰ কাকতিদেৱৰ লগত বাকযুদ্ধ এখন হৈ অপ্ৰীতিকৰ পৰিস্থিতি হবলৈ ওলাইছিল। যি নহওক যুৱক সমাজৰ তেতিয়াৰ সাংগঠনিক সম্পাদক আৰু বৰ্তমান প্ৰাগ্‌জ্যোতিষ কলেজৰ অধ্যাপক ড° জিতেন শৰ্মাৰ বুদ্ধিত ঘটনা হবলৈ নাপালে।

অম্বিকাগিৰীৰ দৰ্শন আছিল 'দেশেই ভগৱান'। অসম যুৱক সমাজেও জন্মলগ্নৰ পৰা খামোচ মাৰি ধৰি আছে এটাই আদৰ্শ। সেই আদৰ্শ হ'ল, "আপুনি য'তেই নাথাকক, যিয়েই নকৰক, যিয়েই নহওক আপোনাৰ বয়স—জাতিয়ে আপোনাৰ সেৱা বিচাৰে। দেশ মাতৃকাৰ সেৱা হওক সৰ্বোপৰি ওপৰত।" সেয়েহে লাচিতৰ অমৰ বাণী "দেশতকৈ মোমাই ডাঙৰ নহয়" উক্তি যুৱক সমাজৰ মূলমন্ত্ৰ স্বৰূপ। জাতিৰ স্বাৰ্থৰ হকে যুঁজ দিয়াটোকে ধৰ্ম হিচাবে লৈ যুৱক সমাজে অম্বিকাগিৰীৰ আত্মচেতনাক জাগ্ৰত কৰি ৰাখিব বিচাৰিছে।

চীনা আক্ৰমণৰ সময়ত আমাৰ মন্ত্ৰীকে ধৰি অনা-অসমীয়া বংশোদ্ভূতসকলে যেতিয়া অসম এৰি পশ্চিমলৈ ঢাপলি মেলিছিল

আৰু ভাৰতৰ প্ৰধান মন্ত্ৰীয়ে আমাক বিদায় দি চকুপানীৰে কাব্য ৰচনা কৰিব খুজিছিল, সেই সময়ত পোন প্ৰথমবাৰলৈ অসমে, অসমৰ খিলঞ্জীয়া লোকে নতুনকৈ সত্য এটা উপলব্ধি কৰিছিল যে হনুমানে নেজৰ অগনি মুখেৰে নুমুৱাৰ দৰে চীনেই আহক বা জাপানেই আহক অসমে নিজেই নিজক চাব লাগিব।

সেইদৰে লক্ষ লক্ষ শৰণাৰ্থীক আশ্ৰয় দি অসমৰ পশ্চিমাঞ্চল বন্দক দিয়া স্বাধীনতাৰ কালত বিশাল ভাৰতৰ অঙ্গৰাজ্য হোৱাৰ বিলাসিতাৰ পৰিণাম উপলব্ধি কৰিছিল ১৯৬৫ চনৰ পাক-ভাৰত যুদ্ধৰ সময়ত। কিন্তু অসমক শুধৰণি কৰাৰ সময় তেতিয়া আৰু নাছিল। তথাপিও ৰাজনীতিৰ নীচাত বিভোৰ স্থানীয় নেতাসকলৰ যেতিয়া মোহভঙ্গ নহল, তেতিয়া অম্বিকাগিৰী চঞ্চল হৈ উঠিল। তেনে এটা উৎকণ্ঠিত মুহূৰ্তত অম্বিকাগিৰীৰ ওচৰ চাপিল নতুন স্নাতক কেইজনমান। তেওঁলোক নিজেও আছিল চঞ্চল আৰু উৎকণ্ঠিত; কিন্তু অন্য কাৰণত হে। তেওঁলোক প্ৰত্যেকৰে হাতত চাকৰি আছিল যদিও বহিৰাগত লোকৰ অসমলৈ ঘটা প্ৰব্ৰজনে তেওঁলোকক সন্দিহান কৰি তুলিছিল যে চৰকাৰৰ বহু প্ৰচাৰিত অৰ্থনৈতিক উন্নয়নৰ মোৰ্জাল অদূৰ ভৱিষ্যতত অনা-অসমীয়া লোকেহে ভোগ কৰিব পাৰিব। তেওঁলোক হতাশগ্ৰস্থ হৈ পৰিছিল আৰু কিদৰে অসমৰ যুৱমানসৰ বিক্ষিপ্ত ভাৱৰাশিক একত্ৰিত কৰিব পৰা যায়, তাৰ বাবে ওচৰ চাপিছিল অম্বিকাগিৰীৰ।

অম্বিকাগিৰীৰ লগত তেতিয়া এডভোকেট হেৰাম্ব নাছিল, বিজনে ১৯৪১ চনৰপৰা অম্বিকাগিৰীৰ লগত লগ লাগি অসমত ঘটা বিদেশী অনুপ্ৰৱেশৰ বাইজৰ কামত পগলা ঘণ্টা বজাই আহিছিল। হেৰাম্ব উল্লাহ চাহেবে ককা নীলমণি ফুকনক সভাপতি হিচাবে আৰু নিজেই সম্পাদক হিচাবে অসমৰ জাতীয় স্বাৰ্থৰক্ষাৰ হেতুকে যুঁজ দিছিল অসম জাতীয় মহাসভাৰ মঞ্চৰপৰা। পিছলৈ অম্বিকাগিৰী

আছিল সম্পাদক আৰু হেৰাস্যৎ উল্লাহ আছিল এই জাতীয় মহাসভাৰ সভাপতি। ৰায়চৌধুৰীক লগ ধৰাত তেখেতে আমাক প্ৰথমে জাতীয় মহাসভাক পুনৰ্জীৱন দিয়াৰ কথাটোহে কৈছিল যদিও পৰিৱৰ্তিত পৰিস্থিতিত বহু দল বিভক্ত দেশৰ ৰাজনৈতিক দলীয় স্বাৰ্থৰ উৰ্ধত ৰাখি এক আৰ্থ-সামাজিক অনুষ্ঠান কৰাৰ পক্ষপাতী হৈছিল।

'ডেকা-ডেকেৰীৰ বেদ'ত উল্লেখিত আহিৰ অসম পুনৰ্নিৰ্মাণ হেতু অসমত এক কৰ্মচক্ৰৰ জন্ম দিয়াৰ পৰামৰ্শ দিছিল। আৰু কৰ্মশক্তিৰ প্ৰতীক যুৱক হিছাবে 'যুৱক সমাজ' বুলি সংগঠন এটি কৰাত আপত্তি কৰা নাছিল আৰু সভাপতি হ'ম বুলিও প্ৰতিশ্ৰুতি দিছিল।

সংগঠন-সম্পৰ্কে অম্বিকাগিৰীয়ে দুটা কথা স্পষ্টভাৱে মানি চলিবলৈ কৈছিল। সেই দুটি কথাৰ এটা আছিল কাহানিও চোৰাংচীক সদস্যভুক্ত কৰিব নালাগে; আৰু আনটো আছিল সংগঠনৰ আৰ্থিক দিশত যাতে কেতিয়াও খেলি মেলি ঘটিব নোৱাৰে তাৰ বাবে সতৰ্ক থাকিব লাগে। তেখেত এজন ঘৰুৱা দায়িত্বৰপৰা মুক্ত মানুহক সম্পাদক হিছাবে লবলৈ কৈছিল তেখেতে যুৱক সমাজৰ প্ৰতিষ্ঠাপক সম্পাদক হিছাবে যিজন ব্যক্তিক নিৰ্বাচন কৰিছিল সেইজন আছিল অৱসৰপ্ৰাপ্ত ৰাজ্য চৰকাৰৰ কৰ্মচাৰী এজন। অৱশ্যে আপত্তি কৰাত সেই সময়ত সৰাতোকৈ দায়িত্বৰপৰা মুক্ত ৰামচৰণ ঠাকুৰীয়াক (বৰ্তমান কটন কলেজৰ অধ্যাপক ড° ঠাকুৰীয়া) উপ-সভাপতি আৰু গদাধৰ দত্তক (বৰ্তমান গুৱাহাটী উচ্চ ন্যায়ালৰ অধিবক্তা) সম্পাদক হিছাবে লৈ প্ৰথম সমিতিখন কৰা হৈছিল। অন্যান্য প্ৰধান উদ্যোক্তা আৰু সমিতিৰ সদস্যসকল আছিল সৰ্বশ্ৰী ভূপেন ভট্ট, (ৰেল বিভাগৰ বিষয়া) ৰজনী শৰ্মা, হৰেন শৰ্মা (উচ্চ ন্যায়িক দণ্ডাধীশ), ভাৰত দাস, আব্দুল খালেক (এড্‌ভোকেট), গগন অধিকাৰী, ড° জীতেন তালুকদাৰ, অনন্তকুমাৰ শৰ্মা আদি।

অম্বিকাগিৰীৰ পৰামৰ্শমতে বিভিন্ন শ্ৰেণীৰ মানুহৰ মাজত সদস্য লোৱা হৈছিল আৰু সাংগঠনিক বিলাসিতাত গুৰুত্ব নিদি গোপনে বিভিন্ন দল-অনুষ্ঠান আদিত যুৱক সমাজৰ সদস্য ৰখাৰ চেষ্টা চলাই অহা হৈছিল। বৰ্তমানে সেয়ে-হে, যুৱক সমাজৰ মানুহত প্ৰথম শ্ৰেণীৰ বিষয়াবপৰা চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰী সন্থাৰ মাজত, কলেজ শিক্ষক সন্থাবপৰা লয়াৰ্ছ এছোচিয়েচনলৈকে, ডিপ্লোমা ইঞ্জিনিয়াৰৰ সন্থাৰপৰা ড্ৰাইভৰ্ছ এছোচিয়েচনলৈ বিয়পি আছে। সেইদৰে কংগ্ৰেছ, কমিউনিষ্ট, জনতা বা আন ৰাজনৈতিক দলৰ মাজত যুৱক সমাজৰ সদস্য সোমাই থকাৰ দৰে অসম সাহিত্য সভাৰ মাজতো সোমাই পৰিছে। উদ্দেশ্য এটাই, অসমৰ জাতীয় স্বাৰ্থৰক্ষাৰ হকে স্ব স্ব স্থানত সদস্যবৰ্গক উদ্বুদ্ধ কৰা।

আজি অম্বিকাগিৰী নাই, আছে যুৱক সমাজ, আছে অম্বিকাগিৰীৰ জাগ্ৰত চেতনাৰ উম।

# অসমৰ আৰ্থ-সামাজিক উন্নয়ন আৰু অম্বিকাগিৰী

**শুচিব্ৰতা ৰায়চৌধুৰী**

ভাৰতবৰ্ষ মূলতঃ এখন কৃষিভিত্তিক ৰাষ্ট্ৰ। ভাৰতবৰ্ষৰ ভিতৰতো উত্তৰ-পূৰ্বাঞ্চলৰ ৰাজ্য কেইখনৰ আৰ্থ-সামাজিক জীৱনৰ মূল আধাৰ হ'ল কৃষি। অসমো এনে এখন কৃষিভিত্তিক ৰাজ্য। গতিকে অসম ৰাজ্যৰ আৰ্থ-সামাজিক উন্নতি যে কৃষিৰ উন্নতিৰ ওপৰতে প্ৰধানকৈ নিৰ্ভৰশীল হ'ব ই ধ্ৰুৱ। অম্বিকাগিৰীও মহাত্মা গান্ধীৰ এই সম্পৰ্কীয় আদৰ্শৰ ওপৰত বিশ্বাসী আছিল।

অম্বিকাগিৰীয়ে বিশ্বাস কৰিছিল যে আপোন শ্ৰমত বিশ্বাসী কৰ্মী মানুহেহে নিজক আৰু সমাজক শোষণ আৰু দাৰিদ্ৰতাৰ পৰা মুক্ত ৰাখিব পাৰে। সেই কাৰণে 'ডেকা অসম'ৰ বাবে তেখেতে এনে এখন সমাজৰ পৰিকল্পনা কৰিছিল য'ত "ভোগৰ অপৰ্যাপ্ত উৎপন্ন আমদানিও থাকিব আৰু সামূহিক মঙ্গলৰ বাবে তৎক্ষণাৎ সেইবোৰ এৰি পেলোৱা ত্যাগৰ অপৰিসীম আনন্দও থাকিব। ডেকা অসমত নানাবিধ আৱশ্যকীয় শ্ৰমশিল্পই যান্ত্ৰিক শক্তিৰ বিপুলতাক পৰাস্ত কৰি মানুহৰ হাত-বুদ্ধিৰ কৃতিত্বহে ঘোষণা কৰিব।"[১]

ভাৰতবৰ্ষৰ দৰে জনবহুল দেশ এখনৰ কাৰণে বৃহৎ আৰু গুৰু উদ্যোগৰ বিকাশতকৈ গৃহশিল্প আৰু ক্ষুদ্ৰ-উদ্যোগহে একমাত্ৰ উপায় বুলি অম্বিকাগিৰীয়ে বিশ্বাস কৰিছিল। তাক তেখেতে বিভিন্ন সময়ৰ বিভিন্ন ৰচনা আৰু কবিতাতো উল্লেখ কৰিছে, আনকি জাতীয়

১. ডেকা-ডেকেৰীৰ বেদ

চেতনাৰ জাগৰণ আৰু সংগঠনৰ বাবে গঠন কৰা 'অসম জাতীয় মহাসভা' আৰু 'অসম সংৰক্ষিণী সভা'ৰ কৰ্মীৰ গীততো তেখেতে প্ৰকাশ কৰি কৈছে :

ভাই-ভনী সবে ঘৰে ঘৰে উঠি
চলোৱা সোণৰ তাঁতশাল,
উপচি উঠক তুলনাবিহীন
সুখ সম্পদেৰে দেশৰ পাৰ।
ঢেকীৰ চাউল, পেৰাৰ তেলেৰে
গুচোৱা পেটৰ ক্ষুধাৰ জাল
গাঁৱৰ নিৰীহ খেতিয়ক ভাই
নিধকৰা হওক সুজি ধাৰ।

বৃহৎ উদ্যোগৰ বিস্তৃতিয়ে জনশক্তিৰ শ্ৰমতকৈ যন্ত্ৰশক্তিৰ ওপৰতহে মানুহক বেছিকৈ নিৰ্ভৰশীল কৰি তোলে ফলত নিবনুৱাৰ সংখ্যা বৃদ্ধিৰ লগতে পুঁজিবাদী মনোভাৱৰ জন্ম হয়—যাৰ ফলশ্ৰুতি হয় শোষণ। সমাজবাদী বাষ্ট্ৰত উদ্যোগৰ ৰাষ্ট্ৰীয়কৰণ হয় যদিও তাতো যে গোষ্ঠীগত শোষণ চলিব পাৰে তাৰ প্ৰমাণ অসমত থকা কামত উদ্যোগ, শোধনাগাৰ, ৰেলৱে আদি বাজহুৱা খণ্ডৰ উদ্যোগসমূহ আৰু ৰাষ্ট্ৰীয়কৃত বেংক। এই প্ৰতিষ্ঠানসমূহত স্থানীয় যুৱকসকলে প্ৰাপ্য নিযুক্তিৰপৰা বঞ্চিত হয় বুলি আৰু ৰাষ্ট্ৰীয়কৃত বেংকৰপৰা স্থানীয় ক্ষুদ্ৰ উদ্যোগ প্ৰতিষ্ঠাৰ বাবে আগবাঢ়ি অহা ডেকাসকলে এই অঞ্চলৰপৰা বেংকত জমা দিয়া ধনৰ বিপৰীতে তুলনামূলকভাৱে নগণ্য পৰিমাণৰ ঋণহে পায় বুলি সদায় অভিযোগ উঠা শুনা যায়। এনে ধৰণৰ নাইবা আন কোনো প্ৰকাৰৰ শোষণ নথকা সমাজ এখনৰেই অম্বিকাগিৰীয়ে অসমৰ বাবে কল্পনা কৰিছিল: "ডেকা অসমে তাৰ সমূহীয়া ঠাইখিনিৰ ভিতৰত শোষণ-প্ৰয়াসী আনৰ যি কোনো ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক শোষণ আৰু আক্ৰমণক মৃত্যু

মহাব্যাধি বুলি সৰ্বতোপ্ৰকাৰে নিৰ্মূল ক'ৰিবলৈ আপ্ৰাণ চেষ্টা চলায়। ডেকা অসমত বেহা-বেপাৰ, শিল্প-বাণিজ্যৰ লক্ষ্য ধন ঘটি পুঁজি-পতি হোৱা নহৈ, মাত্ৰ পৰস্পৰৰ অভাৱ পূৰণ কৰাটোহে মূল হৈ চলিব।" 'ডেকা অসম'ৰ লক্ষ্য হ'ব, "তাৰ অদমনীয় কৰ্মশক্তিৰে সি অসম মাতৃৰ ৰসাল বুকুৰ অমৃত ৰসেৰে পৰিপূৰ্ণ নানা স্বাদৰ অপৰ্যাপ্ত ফলমূল উৎপাদন কৰিব আৰু সেই ফলমূল খাই অসমীয়া ডেকা-গাভৰুসকলে নিখুঁত স্বাস্থ্য, শক্তি উপাৰ্জন কৰিব আৰু আজিৰ দৰে ভৱিষ্যতলৈও বিপুল জগতৰ নিৰন্নসকলক অন্ন যোগোৱাৰ ভাৰ উদাৰ মনেৰে গ্ৰহণ ক'ৰি থাকিব।"[২]

অম্বিকাগিৰীৰ 'ডেকা অসম'ত ব্যক্তিৰ জীৱনৰ উদ্দেশ্য হ'ল:

জন্মভূমিৰ - ৰূপ ৰসেৰে

নন্দন বন্দন পুষ্ট হোৱা প্ৰাণ

এলেহুৱা কৰ্মভীৰুৰ

নহয় ফাঁকিৰ ভোগ-বিলাসৰ গান।[৩]

এখন দেশৰ প্ৰাকৃতিক সম্পদক পৰিকল্পিত ভাৱে আহৰণ আৰু ব্যৱহাৰ কৰি জাতিৰ সম্পদ বৃদ্ধিৰ কামত আগবাঢ়িবলৈ হলে জন-শক্তিৰ উপযুক্ত প্ৰয়োগ অৱশ্যম্ভাৱী। এই ক্ষেত্ৰত শ্ৰমেই হ'ল একমাত্ৰ মূলধন। যদি জাতি পৰিশ্ৰমী নহয়, তেন্তে সম্পদ-বৃদ্ধিৰ আঁচনিয়েই সফল হ'ব নোৱাৰে। ভূমি আৰু শ্ৰম হ'ল এখন দেশত এটা জাতিৰ স্থিতি আৰু প্ৰগতিৰ মূল আহিলা। জীৱনৰ বাবে লাগে গতি, গতি মানেই শ্ৰম আৰু শ্ৰমৰ ফলতেই হয় বৃদ্ধি বা উন্নয়ন। জীৱন ৰক্ষাৰ বাবে ব্যক্তিক লাগে খাদ্য, আচ্ছাদন আৰু আশ্ৰয়। ভূমি আশ্ৰয় কৰিয়ে ব্যক্তিয়ে আপোন শ্ৰমেৰে জন্মভূমিত

---

২. ডেকা-ডেকেৰীৰ বেদ

৩. অনুভূতি

উৎপন্ন কৰে খাদ্য, বস্ত্ৰ আৰু গৃহ-নিৰ্মাণৰ কেঁচা মাল। যি জাতিয়ে খাদ্য, বস্ত্ৰ আৰু গৃহ-নিৰ্মাণৰ বাবে আনৰ ওচৰত নিৰ্ভৰশীল হব লাগে, সেই জাতি স্বাধীন হব নোৱাৰে, মূৰ ওখ কৰি বাজহাঁড় পোন কৰি আপোন ভৰি দুখনৰ ওপৰত গৌৰৱেৰে থিয় হব নোৱাৰে। এনে জাতিয়েই হয় দৰিদ্ৰ আৰু পৰমুখাপেক্ষী। জাতিৰ বাবে এনে অৱস্থাৰ একমাত্ৰ কাৰণ হ'ল— জাতিৰ অলসতা, শ্ৰম-বিমুখতা। ইয়াক জয় কৰি কৰ্ম-যুদ্ধত জপিয়াই পৰিবলৈকে অম্বিকাগিৰীয়ে অসমৰ ডেকা শক্তিক আহ্বান জনাইছিল :

কৰ কৰ কাম, ধৰ ধৰ কাম
কেৱল কাম, কেৱল কাম
দেশক সোণৰ ফুল ফলেৰে
সজাই হ তই ধন্যবান।
. . . . . .
মানৱতাক পিষ্ট কৰা দাসত্বটোৰ
পাপৰ ভৰ
ওকৰাই দি স্বাধীন হলো পিছে চলাম
নিজৰ ঘৰ
. . . . .
মৰামুৱা দেশখন তোৰ নদন বদন
কৰ গঢ়ি
কামত ধৰ, কামত ধৰ
জীৱনটো তোৰ সফল কৰ
ক্লান্তিবিহীন শ্ৰম-ধনেৰে দেশ কৰি তোল
অজয় ধাম
কেৱল কাম, কেৱল কাম।[8]

---

৪. 'কৰ্মগীতিকা', বেদনাৰ উল্কা

যদি শস্য উৎপাদন আৰু জীৱনৰ দৈনন্দিন প্ৰয়োজনৰ দ্ৰব্য উৎপাদনত কোনো এটা জাতি আত্মনিৰ্ভৰশীল হব নোৱাৰে, সেই জাতিৰ আৰ্থ-সামাজিক জীৱনৰ যে উন্নতি হব নোৱাৰে তাৰ প্ৰমাণ ভাৰতবৰ্ষ নিজে। ভাৰতবৰ্ষই আজি অন্য উন্নত জাতিৰ সমানেই পৰমাণুশক্তি আৰু কৃত্ৰিম উপগ্ৰহ উৎক্ষেপণ আদি গৱেষণা আৰু কৰ্মত অতি সফলতাৰে আগবাঢ়িছে; কিন্তু ভাৰতবৰ্ষৰ জনমূৰি আয় আজি চীন, পাকিস্থান, লঙ্কা আদি চুবুৰীয়া দেশতকৈ বহুগুণে কম। আজিও ভাৰতবৰ্ষই আমেৰিকা, ৰাছিয়াৰপৰা আমদানি কৰা খাদ্যৰ ওপৰত নিৰ্ভৰ কৰিব লাগে। ভাৰতবৰ্ষৰ ভিতৰতো অসমৰ দৰে সাৰুৱা ভূমি আৰু নদ-নদীৰে পৰিপূৰ্ণ ৰাজ্যখনৰ অৱস্থা আৰু দুঃখজনক। অসম জীৱনৰ প্ৰতিটো প্ৰয়োজনীয় বস্তুৰ বাবে পাঞ্জাব, বিহাৰ, ৰাজস্থান আদি ৰাজ্যৰ মুখাপেক্ষী। মানুহে আকাশ, বতাহ, পাহাৰ, মৰুভূমি, দেশ-কাল জয় কৰাৰ দিনত অসমে আজি প্ৰকৃতিৰ ওপৰত সম্পূৰ্ণ আত্মসমৰ্পণ কৰি থাকিব লগা অৱস্থাত। ৰৱমুণ দিলেও বানৰ বাবে খেতি নহয়, ৰৱমুণ নিদিলেও খৰাঙৰ বাবে শস্য উৎপাদন কৰিব নোৱাৰি। ইয়াৰ একমাত্ৰ কাৰণ অসমীয়াৰ সৰ্বাত্মক অলসতা—শৰীৰ, মন, বুদ্ধিৰ জড়তা। এই জড়তা জয় কৰিব নোৱাৰিলে কি হব তাক অম্বিকাগিৰীয়ে কৈছিল:

বছৰ বছৰ প্ৰলয় বানে কৰে খেতিত মৃত্যুপাত
খাদ্যাভাৱত গাঁৱে নগৰত হৃদয় ছেদা আৰ্তনাদ
হাট-বজাৰত বেপাৰীদলৰ জীৱন কুটা দাম দাবী,
কলিজাৰ কোঁহ চেপি শেষ টুপি দিলেহে একণ খুদ পাবি।[৫]

অম্বিকাগিৰী অকল কথাৰ মানুহ নাছিল। তেওঁৰ জীৱনৰ প্ৰতিটো ক্ষণ কৰ্মধাপেৰে দগমগাই জ্বলি আছিল। বাঁহৰ কাম, কাঠৰ কাম, গৃহস্থালিৰ সৰা-মছা, ৰন্ধা-বঢ়া, ধোৱা-পোছা, শাকনি-ফুলনি, বাৰীপতা, কুকুৰ-গৰুৰ যত্ন লোৱা, সূতাকটা, কাপোৰ বোৱা

৫. 'আশাধাৰী বুঢ়া কৰিব প্ৰশ্ন,' বেদনাৰ উল্কা

চিলাই কৰা, ৰোগী শুশ্ৰূষা কোনো এটি কামতে প্ৰয়োজনৰ সময়ত অম্বিকাগিৰীয়ে পৰামুখাপেক্ষী হব নালাগিছিল। কোনো কামৰ প্ৰতি অম্বিকাগিৰীৰ অশ্ৰদ্ধা বা হীনভাৱ নাছিল। যি ব্যক্তিৰ মনত কামৰ সৰু-বৰ ভাব আছে, তেওঁ কোনো প্ৰকাৰেই প্ৰগতিবাদী বা মানৱতাবাদী হব নোৱাৰে। কাৰণ ব্যক্তিৰ একমাত্ৰ সম্বল হ'ল তেওঁৰ শ্ৰম আৰু সেই শ্ৰম কায়িক, মানসিক বা বৌদ্ধিক যি কোনো প্ৰকাৰৰ হব পাৰে। শৰীৰ, মন আৰু বুদ্ধি—এই তিনিওটাৰ এক ঠাই নহলে যিদৰে এজন ব্যক্তিয়ে ব্যক্তি আখ্যা পাব নোৱাৰে, তেনেদৰে এই তিনিবিধ শ্ৰম নহলে ব্যক্তিৰ আৰু সমাজৰ জীৱনৰ প্ৰয়োজন পূৰ্ণ হব নোৱাৰে। সেই বাবেই এই সকলোবিধ শ্ৰমকে সমানে মূল্য দিব পৰা আৰু সম্মান কৰাব পৰা ব্যক্তি আৰু সমাজহে পূৰ্ণাঙ্গ আৰু উন্নত হব পাৰে। সেই বাবেই অসমৰ আৰ্থ-সামাজিক উন্নয়নৰ পৰিকল্পনা অম্বিকাগিৰীৰ 'ডেকা-ডেকেৰীৰ বেদ'ত আছিল এনেকুৱা: "ডেকা অসমত সাৰযুক্ত বাৰী-পথাৰত নানা শস্য, শাক-পাচলি আৰু সৰস ফলৰ উৰ্পাচ পৰা উৎপাদন, নিটোল গাই গৰুৰ অপৰ্যাপ্ত গাখীৰ, ঘিউ, মাখন, স্বচ্ছজলা নৈ, বিল, পুখুৰী ভৰা নানা মাছ সকলোৱে সমানে ভোগ কৰি নিখুঁত স্বাস্থ্য আৰু বলবীৰ্য্য লাভ কৰিবলৈ সমানে সুবিধা পাব। ডেকা অসমত কৰ্তব্য বিমুখিতা আৰু আলস্যপৰায়ণতাক চিৰকাললৈ বিদায় দি তিৰোতা-মুনিহ সকলোৱে প্ৰচণ্ড কৰ্মশক্তিত ভৰপূৰ হৈ চলিব। ডেকা অসমত মনকিল্লাৰৰ সঁচ আৰু মনোবৃত্তিৰ উচ্ছেদ সাধিত হব।" আপোন প্ৰখৰ নিৰ্ভৰশীল ডেকা অসম শোষণমুক্ত মহামানৱীয় আদৰ্শেৰে উদ্বেলিত। জন্মভূমিৰ আৰ্থ-সামাজিক উন্নয়নৰ বাবে উৎপাদন যজ্ঞত কায়িক শ্ৰমেৰে আহুতি নিদিলে যে শোষক দানৱ হোৱাৰ বাদে আন একো কৰা নহয়, তাক অম্বিকাগিৰীয়ে কৈছিল এইদৰে:

এলাহ লেপা হই নেতাজন
লাহ বিলাহত হেলান দি,
দুৰ্নীত শোষক হোৱাত বাদে
দেশক নো আন দিবি কি ?[৬]

গতিকে ডেকা অসমক আহ্বান জনাই তেওঁ কৈছিল:

শ্ৰান্তি বিহীন কৰ্মধাৰাত তেজ টুপি তোৰ
ঢালি ঢালি
সোণ সাকৰা কৰি
জন্মভূমিৰ ধূলি বালি পথাৰ কেখন
বীৰ দাপেৰে
তোল সোণেৰে গঢ়ি।
কেৱল কথাৰ ফুল জাৰিবে
মাতৃস্তনৰ ধাৰ ঋণটো
নহব তোৰ সুজা
বিচ্ কৰ্মাৰ কঠোৰ আদেশ
জীৱনটো যে কমগ'ধা
মন-প্ৰাণ দি বুজা।[৭]

কৰ্মৰ প্ৰতি অপৰিসীম শ্ৰদ্ধা থকা বাবে আৰু স্বাৱলম্বিতাৰ আদৰ্শৰ ওপৰত অখণ্ড বিশ্বাস থকা বাবেই অম্বিকাগিৰীয়ে ইটোৰ পিছত সিটো কামত জপিয়াই পৰিছিল—জীৱনৰক্ষাৰ, সংসাৰৰ দায়িত্ব আৰু দেশৰ প্ৰতি কৰ্তব্য পালনৰ তাগিদাত। মাত্ৰ দুটকা মূলধন লৈ দিনে ৰাতি তেজক পানী কৰি খাটি 'অৰুণা প্ৰেছ' স্থাপন কৰিছিল—জাতিৰ মনত স্বাধীনতাৰ চেতনা উজ্জীৱিত

৬ 'কৰ্মগীতিকা', বেদনাৰ উৰ্কা

৭ 'জীৱনৰ উদ্দেশ্য', অনুভূতি

কৰিবলৈ 'চেতনা' চলাইছিল, স্বাধীনতা আন্দোলনৰ প্ৰচাৰ-পত্ৰ বিনামূলীয়াকৈ ছপাইছিল। কলিকতাত প্ৰস্তুত দ্ৰব্যবোৰ অসমৰ বজাৰ বচাবৰ মানসেৰে নৱবিবাহিতা পত্নীৰ সহায়েৰে 'মায়াবিনী কেমিকেল বৰ্কচ'ত মূৰৰ চুলিত দিয়া তেল, প্ৰসাধনৰ বাবে 'জয়মতী স্নো', 'পৰ্কেৰ্ট', স্কুল-কলেজত ব্যৱহাৰৰ বাবে 'অসম ইংক', 'চেনেহী চিয়াহী', ভদ্ৰলোক-মহিলাৰ জোতা চিক্‌চিকিয়া কৰা জোতাৰ বং 'জোনকণা', 'জিলিকনি' নিজহাতে নিজৰ ঘৰত তৈয়াৰ কৰিছিল— নিজে বোজা বৈ নি বিক্ৰি কৰিছিল। অসমৰ ডেকা দলক জাতীয় ভাৱনাৰে উদ্বুদ্ধ কৰিবলৈ নিজে 'আলৰ গঠা'ৰ পৰা কাকত ছপোৱা বিলোৱা কাম নিজ হাতেৰে নিজ পত্নী' আৰু সন্তানৰ সহায়ত অকলশৰে চলাইছিল 'একমাত্ৰ নিৰ্ভীক মতবাদী সপ্তাহিক 'ডেকা অসম।'

মাটিপীৰিৰষাৰা উচ্ছেদ হৈ চৰকাৰী মাটিত ঘৰ সাজিবলৈ অম্বিকাগিৰীয়ে নিজহাতেৰে মাটিৰ কাম, বাঁহৰ কাম কৰিছিল। বৃদ্ধ বয়সত বোজা কঢ়িয়াইছিল, ইটা গাঁঠিছিল- কবি, লেখক বা দেশসেৱক বুলি দৈহিক স্থিতিৰ বাবে কৰিবলগীয়া কামবোৰ আতৰি থকা নাছিল। অম্বিকাগিৰীয়ে কিন্তু শেষ বয়সত দেশৰ অৱস্থা দেখি আক্ষেপ কৰিব লগা হ'ল:

খেতি-বাতিত, শ্ৰমৰ শালিত
আৰ্ত আতুৰ সেৱাৰ থলিত
কৰ্মসাধক, নীতি সেৱক তেনেই উদি হ'ল।[৮]

অকল নিজে কৰাই নহয়, দেশৰ আন কোনোবাই কৰিলেও অম্বিকাগিৰীয়ে তাক যিদৰেই পাৰে উদগণি দিছিল— সেইবাবেই ডেকা অসমত বিজ্ঞাপন ছপাইছিল ৺কমলা দাসৰ 'পোৱালকুৰি চিক্ হাউচ'ৰ যি আজি 'কল্পতৰু'ৰ ৰূপ পাইছে আৰু ৺নীলা ফুকনৰ

৮. 'হে ভগৱান, হে ভগৱান,' বেদনাৰ উক্তা

'গুৱাহাটী চা ষ্টোৰ'ৰ। সেই একে কাৰণতে 'গুৱাহাটী বেঙ্ক' দেৱলীয়া হবলৈ ওলোৱাৰ দিনা নিজে আগবাঢ়ি গৈ ৰাইজক অনুৰোধ জনাইছিল—সেই একমাত্ৰ স্থানীয় বেঙ্কটোৰ মৃত্যু ঘাতি নানিবলৈ—যাৰ ফলতেই তাজি ই পূৰ্বাঞ্চল বেঙ্কৰ ৰূপ পাবলৈ সক্ষম হল। অম্বিকাগিৰীয়ে স্থানীয় ডেকা-গাভৰুৱে অসমত চৰকাৰী-বেচৰকাৰী অনুষ্ঠান-প্ৰতিষ্ঠানত নিযুক্তি যাতে পায়, তাৰ বাবে অহৰহ যুঁজিছিল; কিন্তু বিশ্বাস কৰিছিল যে অকল চাকৰিয়ে দেশৰ আৰ্থ-সামাজিক উন্নয়ন কৰিব নোৱাৰে—মূল কথা হ'ল কায়িক শ্ৰমৰ প্ৰতি শ্ৰদ্ধা আৰু উৎপাদন বৃদ্ধি। ইয়াৰ দ্বাৰাহে জাতি আৰু দেশ স্বাধীন হৈ গৌৰৱেৰে জীয়াই থাকিব পাৰিব।

# অম্বিকাগিৰী ৰায়চৌধুৰীৰ জাতীয়তাবাদ

যুগল দাস

জাতীয়তাবাদ হ'ল এটা মতবাদ—জাতিক ভালপোৱা এটা মতামত। সকলো ব্যক্তিৰ জাতীয়তাবাদৰ মূল ধাৰণা হ'ল জাতিটোৰ সৰ্বাঙ্গীন উন্নতি। সেই লক্ষ্যত উপনীত হ'বলৈ ব্যক্তি বিশেষে মত বা নীতি স্বকীয়া স্বকীয়া—গান্ধীবাদ, লেলিনবাদ, ষ্টলিনবাদ, হিতলাৰবাদ ইত্যাদি, ইত্যাদি।

অম্বিকাগিৰীয়ে যে নিজৰ অসমীয়া জাতিটোক দেহে কেহে ভাল পাইছিল, তাত কোনো সন্দেহ নাই। ধলকাটিৰপৰা জীৱন নিৰ্বাপিত হোৱালৈকে ৰায়চৌধুৰীদেৱৰ শয়নে-সপোনে একমাত্ৰ ধ্যানৰ মূৰ্তি আছিল অসমীয়া জাতিটো। সেই ধ্যানৰ বুনিয়াদ আছিল অসমীয়া গৌৰৱময় সংস্কৃতি। সেই সংস্কৃতিত ভেজাদি ৰায়চৌধুৰীদেৱে গঢ়িব খুজিছিল 'ডেকা অসম' আৰু তাকে কৰিবলৈ, চেতনা সঞ্চাৰ কৰিবলৈ আদিৰেপৰা লাগিছিল 'চেতনা'ত।

অৱশ্যে আগডোখৰত ৰায়চৌধুৰী আছিল উদণ্ড। বৰপেটাৰপৰা গুৱাহাটীলৈ জাহাজত প্ৰথম আহোঁতে অনা-অসমীয়াই সাধাৰণ অসমীয়া পোহাৰীক অসৎ আচৰণ কৰাঁতে অসহ্য হৈ আগ-পিছ নগণি অনা-অসমীয়া ভদ্ৰলোকক (?) উধাই মুধাই মৰিয়াইছিল। তেতিয়া আছিল ইংৰাজৰ শাসন। বিদেশীৰ শাসন গুৰুবাৰলৈ এজাক বঙালী যুৱকে সন্ত্ৰাস সৃষ্টি কৰিছিল। তাৰ বতাহ ৰায়চৌধুৰী-দেৱৰ গাত লগাত তেওঁ গুৱাহাটীত এক সন্ত্ৰাসবাদীৰ দল গঠন কৰি ইংৰাজসকলৰ গুৱাহাটীৰ আনন্দ-ভৱন (ইউৰোপীয়ান ক্লাব) আত্ৰাবাংলাক গোপনে পুৰি ভস্মীভূত কৰিলে। লাট চাহাবেও

ছিলঙৰপৰা নামি অহা গম পাই ৰায়চৌধুৰীদেৱৰ বাটত সময় বোমা পুতি লাট চাহাবক ধ্বংস কৰাৰ দিহা কৰিছিল। উগ্ৰ ৰায়চৌধুৰীয়ে সংগীত সাধনা কৰিবলৈ পৈ নিভাঁজ প্ৰেমত পৰি নিজৰ হাতৰ বুঢ়া আঙুলিটো কাটি ছোৱালীজনীক উপহাৰ দিছিল। নিজে যুগল নৃত্য কৰিবলৈ অকণো লাজ অনুভৱ নকৰিছিল। এই উদণ্ড ডেকাজনৰ গাত জহৰ মহৰ নগালে। মহাত্মাগান্ধীৰ অহিংসাবাদত শৰণ লৈ নৱজীৱন লাভ কৰিলে। সন্ত্ৰাসবাদী ৰায়চৌধুৰী অহিংসাবাদী হল। ৰায়চৌধুৰীদেৱৰ জাতীয়বাদ অক্ষুণ্ণ হৈ ৰ'ল—মাথোঁ কৰ্মপন্থাৰ সলনি হ'ল— হিংসাবাদ ত্যাগ কৰি অহিংস হৈ পৰিল। গান্ধীৰ মতবাদত জুৰলি জুপৰি হৈ খদ্দৰ হাতশৰা চোলা আৰু আঠুমূৰীয়া ধুতি পিন্ধিবলৈ ললে আমৰণ। তথাপি তেওঁক বঙালখেদা নেতা বুলি এচাম মানুহে কবলৈ নেৰিলে।

অসমীয়াত এখন পুথি প্ৰচলিত আছিল 'পঢ়াশালিৰ পৰা বিশ্বব্ৰহ্মাণ্ডলৈ'। পুথিখন ভালদৰে বুজিবলৈ হ'লে সেই কিতাপখনৰ চ'পকেইটা ভালদৰে বুজি লব লাগিব। তোমাৰ নিজৰ পঢ়াশালিখনক ভাল নাপালে, গাওঁখনক ভাল পাবা কেনেকৈ? নিজৰ গাওঁখনক ভাল নাপালে গৈ গৈ জিলাখনক, ক্ৰমান্বয়ে প্ৰদেশখনক, দেশখনক, সৰ্বশেষত বিশ্বব্ৰহ্মাণ্ডখনক ভাল পাব নোৱাৰি। ৰায়চৌধুৰীদেৱৰ পঢ়াশালিখনৰ পৰা বিশ্বব্ৰহ্মাণ্ডলৈ কেতেলি কোনফালিকৈ অৱগাহন কৰিবলৈ বিচাৰিছিল। সাধাৰণ মানুহে —কি অসমীয়া, কি অনা-অসমীয়াই তেওঁক চিনিব নোৱাৰিলে, তেওঁৰ জাতীয়তাবাদবো ভুল ব্যাখ্যা দিলে। তেওঁ বজাৰ বোপাই নোপোলা মানুহ। তেওঁৰ জাতীয়তাবাদৰ লৈতে স্বাৰ্থক আঘাট হনা কাৰো লৈতে আপোচ নাই। সেয়ে, তেওঁ সাহিত্য সভা বা চৰকাৰৰ ঘৰত সদৌ জাত যাব নোৱাৰিলে। তেওঁৰ জাতীয় স্বাৰ্থ সকলো স্বাৰ্থৰ ওপৰত—সেই স্বাৰ্থ ব্যক্তিগতই হওক বা সমূহীয়াই হওক। তেওঁ ধৰ্মৰ ডাক দি গ'ল সময়ে সময়ে।

আন্দোলন আৰু শত শহিদৰ অকাল মৃত্যু নেদেখিলেহেঁতেন। আজি কিন্তু পলমকৈ হ'লেও সেই সত্য উপলব্ধি হৈছে। ৰায়চৌধুৰীদেৱৰ ভণিতাত কিবাবে বঙাল খেদা নেতা বুলি চিনিবৰ ভাগ দিবা? তেওঁ নিজৰ কাৰণে নাভাবি জাতিটোৰ বাবে ভাবি কি জগৰ লগালে? অসম এটা ভাল নোপোৱাকৈ সমগ্ৰতাক ভাল পাব পাৰিবনে? দেশৰ প্ৰতিজন নাগৰিকৰ স্বাৰ্থ বাহাল ৰাখিবলৈ বিচৰাত তেওঁ কিয় দেশপ্ৰেমী নহ'ল? স্বাধীনতা আৰু সুসমন্বয় সদায় একেটা বস্তু— এটাক আনটোৰপৰা ফালি আনিব নোৱাৰি। অম্বিকাগিৰী ৰায়চৌধুৰীদেৱৰ জাতীয়তাবাদ কেতিয়াও সংকীৰ্ণ নহয়। সেয়ে হোৱাহেঁতেন, কাৰাগাৰত আবদ্ধ হৈ শিল ভাঙিব নালাগিলহেঁতেন, বিশ্বব্ৰহ্মাণ্ড ভ্ৰমণৰ প্ৰবন্ধ লিখি ৰাধাকৃষ্ণাণ আৰু ৰাছেল হেন পণ্ডিতৰ দৃষ্টি আকৰ্ষণ কৰিব নোৱাৰিলেহেঁতেন। তেওঁ জয়যাত্ৰা আৰম্ভ কৰিছিল পঢ়াশালিৰপৰা বিশ্বব্ৰহ্মাণ্ডলৈ। তাকে কৰিবলৈ যাওঁতে অকলে তেওঁ সম্পাদনা কৰিলে 'চেতনা' আৰু 'ডেকা অসম', সংগঠন কৰিলে সংৰক্ষণী সভা আৰু জাতীয় মহাসভা। তেওঁৰ জীৱন অৱসান হ'ল—ধুমুহাৰ এছাটি— অগ্নিময় উদ্‌গীৰণ হ'ল 'বিদ্যুৎবাণী'। পণ্ডিত গল্ডস্মিথে কৈ গৈছে— "His first best country ever is at home."— তোমাৰ ঘৰেই দেশ, দেশেই বিশ্বব্ৰহ্মাণ্ড।

স্বাধীনতা লাভৰ লগে লগে অসম আৰু অসমীয়াৰ এটা দুৰ্যোগ উপস্থিত হৈছিল। অসমক পাকিস্তানৰ লগতে সামৰা (গ্ৰুপিং) এটা চক্ৰান্ত চলিছিল। অসমৰ নেতাসকল বিবুধি হৈ মহাত্মা গান্ধীজীৰ শৰণাপন্ন হ'ল। গান্ধীজীয়ে গীতাদেৱীয়ে হৃদয়ত কোৱাৰ দৰে এবাৰ বাণী শুনালে "নিজৰ মুখৰ আৰি, নিজে দুনিয়া।" বুলি। দেশত এটা আন্দোলন সৃষ্টি হ'ল— আনহাতে সাম্প্ৰদায়িক মতৰে সৃষ্ট পাকিস্তানৰ পেটত জাহ যাব যাব। অম্বিকাগিৰী ৰায়চৌধুৰীদেৱে অকলেই, কোনো সভাতো বাদ নপৰাকৈ সকলোতে আপুকিজাল কৈ কাৰ্যকৰী

পাৰিছৈ। তেওঁ ভালদৰে বুজিছিল যে, বংগদেশৰ বিশেষকৈ কলিকতাৰপৰা প্ৰকাশ পোৱা ইংৰাজী বা বঙলা বাতৰি কাকত-বোৰৰ দেশৰ বজা আৰু বাহিৰৰ ওপৰত যথেষ্ট প্ৰভাৱ। এ.পিং কাৰ্য কৰাত সত্যটো উপলব্ধি কৰিব পাৰিলে, এখনি যুঁজত জিকিব পৰা যাব। কিন্তু কলিকতাৰ কাকতবোৰেই ৰায়চৌধুৰীদেৱক অসমৰপৰা বঙালীবোৰক আঁতৰোৱা "বঙলা খেদা আন্দোলনৰ প্ৰধান হোঁতা" বুলি এতকালে সমালোচনা কৰি আহিছিল। সেইবোৰকাই সোৱা কোনো ধৰণৰ বাইতে তেওঁ হাত দিবলৈ উপায় নাই হ'ল। কলিকতাত গৈ পাতি বাস কৰা অসমৰ ডেকা ল'ৰাৰ সহায়ত তেওঁ পত্ৰিকা-কাকতবোৰৰ কাৰ্যালয়ত সোমাল, নিজৰ পৰিচয় দিলে আৰু 'এ.পিং'ৰ বিষয়ে তেওঁৰ বিবৃতি দাঙি ধৰিলে। কাকতৰ বঙালী সম্পাদকসকল ৰায়চৌধুৰী-দেৱৰ সাহস, স্পষ্টবাদিতা, দৰ্শন আৰু যুক্তি শুনি স্তম্ভিত হ'ল। এইজনতো সংকীৰ্ণমনা বঙালখেদা আন্দোলনৰ বঙালবৈৰী নেতা নহয়— এইজন ভাৰতপ্ৰেমী তথা মানৱপ্ৰেমী, বিশ্বপ্ৰেমী এজন প্ৰকৃত ভাৰত সন্তান। তেওঁলোকৰ এজন সম্পাদকে বাতৰি কাকতত স্বীকাৰ কৰিবলৈ বাধ্য হ'ল—"ৰায়চৌধুৰী মহাশয়, এতদিনে আমৰা আপনাকে ভুল বুঝে, 'বঙাল খেদা' আন্দোলনেৰ প্ৰধান হোতা বলেই মনে কৰেছিলাম। আজকে বুঝলাম আপনি একজন শুধু অসমীয়া কবি আৰ দাৰ্শনিকেই নন, আপনি ভাৰত আত্মাৰ প্ৰকৃত স্বৰূপ উপলব্ধি কৰে একজন ভাৰতীয় হইতে পেৰেছেন" (৺কমলনাৰায়ণ চৌধুৰী-প্ৰণীত "হাঁহি-কান্দোনৰ মেলা", ১০০ পৃষ্ঠা—দ্ৰষ্টব্য)। আমি ক'ব খোজোঁ যে ৰায়চৌধুৰীদেৱে কেৱল ভাৰত-আত্মাৰ প্ৰকৃত স্বৰূপকে উপলব্ধি কৰা নাছিল, তেওঁ বিশ্বআত্মাৰ স্বৰূপকো উপলব্ধি কৰিছিল। সেয়ে, তেওঁ দৃঢ়ভাৱে লিখি থৈ গৈছে, "ঘৰৰ মানুহে নিজৰ ঘৰত, গঞা মানুহে নিজৰ গাঁৱত, দেশৰ মানুহে নিজৰ দেশত নিজকৰ নিৰাপদ আৱদ্ধবে সৌষ্ঠৱ জ্ঞান বুলি থাই থৈ দিনুটি

শাৰীৰিক মানসিক স্বাস্থ্যেৰে পুষ্ট হৈ জী থাকিব খোজাৰ ব্যাখ্যাটো বিশ্বমানৱতাবোধৰ পৰিপন্থী নহয়” (ৰায়চৌধুৰীৰ “বাণী-বিদ্যুৎ”, পৃষ্ঠা ১)। ৰায়চৌধুৰীদেৱে জাতীয়তাবাদক অন্যাৰ্থৎ মানবীয়তাবাদ বুলি গ্ৰহণ কৰিছিল। তেওঁ লিখি থৈ গৈছে— “মানুহৰ মানবীয়তাক মনে-প্ৰাণে, কৰ্ম্মে-হৃদয়ে, উপলব্ধিয়ে জ্ঞানে, চিন্তাই, ব্যৱহাৰে আত্মবৎ ভালপোৱাৰ বাহিৰে আন একো ধৰ্ম নাই” ( বাণী-বিদ্যুৎ, পৃষ্ঠা ৫ )।

# ৰায়চৌধুৰীৰ ৰাজনৈতিক চিন্তাধাৰা

ৰামচৰণ ঠাকুৰীয়া

ভাৰতৰ মুক্তি সংগ্ৰামৰ এজনা আগশাৰীৰ যোদ্ধা আৰু আমাৰ জাতীয় জীৱনৰ পিতামহ ভীষ্মস্বৰূপ অসম কেশৰী অম্বিকাগিৰীক নজনা মানুহ বোধকৰো বৰ্তমান অসমত নাই। কুমলীয়া জীৱনৰেপৰা দেশ-সেৱাৰ কামত একনিষ্ঠভাৱে জড়িত থাকি এইজনা দেশহিতৈষী পুৰুষে অসমীয়া জন-জীৱনৰ সন্মুখত স্বদেশ-প্ৰীতিৰ যি নিদৰ্শন ৰাখি হৈ গ'ল, তাৰ দ্বিতীয় এটি উদাহৰণ পাবলৈ সঁচাকৈয়ে টান। কিন্তু ইয়াৰ বাবেনো তেখেতে পাইছিল কি? আনৰ কথাকে নকওঁ, আমাৰ দেশৰ বেছিভাগ মানুহৰ পৰাও তেখেতে এনে কামৰ কাৰণে জীৱিত কালত লাভ কৰিছিল কেৱল লাঞ্ছনা-গঞ্জনাহে। কাৰণটো বুজিবলৈ হলে অৱশ্যে অলপ গুৰিকথালৈকে আমি উভতি যাব লাগিব।

ৰাজনীতিৰ জগতত ৰায়চৌধুৰীদেৱৰ পৰিচয় ঘটিছিল ১৯০৪-০৫ চনৰ বঙ্গভঙ্গ আন্দোলনৰ সময়ত; আৰু তেতিয়াৰেপৰাই ভাৰতীয় ৰাজনীতিৰ জগতো তেখেতৰ সম্পৰ্ক এটা গঢ়ি উঠিছিল নিবিড়ৰূপে। দেশৰ কাৰণে অনেক নিৰ্য্যাতন মূৰ পাতি লৈ এই শতিকাৰ তৃতীয় দশকলৈকে তেখেত কংগ্ৰেছতেই আছিল। অৱশ্যে তাৰ পিছৰেপৰা তেখেতে কংগ্ৰেছ এৰি আন এটা দিশলৈ আঁতৰি আহে। কংগ্ৰেছী ৰাজনীতিত থাকি ৰায়চৌধুৰীয়ে লক্ষ্য কৰিছিল যে সৰ্বভাৰতীয় নেতাসকলে দেশৰ স্বাধীনতা আৰু অখণ্ডতাৰ কথাহে ভাবে, প্ৰত্যেক প্ৰদেশ বা অঞ্চলৰে যে কিছুমান সুকীয়া সুকীয়া সমস্যা আছে আৰু সেই সমস্যাবোৰ ভালদৰে জানি লৈ সেইবোৰৰ সমাধানৰ ব্যৱস্থা কৰিব নোৱাৰিলে আজি নহলেও ভৱিষ্যতলৈকে আমাৰ ঐক্য-সংহতি আৰু সাৰ্বভৌমৰ বিপন্ন হোৱাৰ সম্ভাৱনা আছে— সেইকথা

অলপো চিন্তা নকৰে। তদুপৰি তেখেতে এইটোও লক্ষ্য কৰিছিল যে অসমৰ সমস্যাবোৰৰ প্ৰতি সৰ্বভাৰতীয় নেতাসকল সদায় উদাসীন। গতিকে স্বাভাৱিকতে আঞ্চলিক স্বাৰ্থক সম্পূৰ্ণ নেওচা দিয়া সৰ্ব-ভাৰতীয় এনে ৰাজনৈতিক অনুষ্ঠানৰ প্ৰতি তেখেত লাহে লাহে বিতুষ্ট হৈ পৰিছিল; আৰু তাৰ পৰা ওলাই আহি 'অসম সংৰক্ষিণী সভা' নামৰ অনুষ্ঠান এটি প্ৰতিষ্ঠা কৰিছিল। ১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছৰ মূল অধিবেশন যি সভামণ্ডপত হৈছিল, সেই একেই সভা-মণ্ডপতে ইয়াৰ প্ৰথম অধিবেশনখনো পতা হৈছিল। সংৰক্ষিণী সভাৰ উদ্দেশ্য আৰু আদৰ্শতেই ১৯৩৬ চনত তেখেতে প্ৰতিষ্ঠা কৰিছিল 'জাতীয় মহাসভা' আৰু ১৯৬৫ চনত এই লেখক আৰু আন কেই-জনমানৰ সহযোগত 'অসম যুৱক সমাজ'। গতিকে ৰায়চৌধুৰীদেৱৰ এনে কাৰ্যৰ প্ৰতি আনৰ চকু ঠিয় হোৱাটোত একোৱেই আচৰিত হ'বলগীয়া নাই আৰু তাৰবাবে তেখেতে কাৰোবাৰ কিবা কদৰ্থনা খাবলগীয়া হোৱাটোও অস্বাভাৱিক নহয়। কেৱল এনে আঞ্চলিক অনুষ্ঠান স্থাপনৰ লক্ষ্য আৰু উদ্দেশ্যৰ সম্পৰ্কত ৰায়চৌধুৰীৰ নিজস্ব দৃষ্টি-ভঙ্গিনো কি আছিল আৰু এনে চিন্তাধাৰাৰ উন্মেষৰ ক্ষেত্ৰত তেখেতৰ দূৰদৰ্শিতাই বা প্ৰকাশ পাইছিল কিমানখিনি— সেইটোহে এই প্ৰসঙ্গত আমাৰ বিচাৰ কৰি চাবলগীয়া বিষয়।

সংৰক্ষিণীৰ সম্পৰ্কত ৰায়চৌধুৰীয়ে লিখিছে: "সংৰক্ষিণী হৈছে— নিজৰ স্বাধীন আদৰ্শানুযায়ী মুক্ত গতিৰে নিজৰ বিৰাটত্ব সম্পূৰ্ণকৈ উপলব্ধি কৰি নিজৰ ভিতৰত জগৎ শক্তিৰ পৰিপূৰ্ণ ৰূপ পৰিস্ফুট কৰি তুলিবলৈকে বিপুল নিৰ্ভৰ আৰু নিশ্চিত শক্তি সংগ্ৰহৰ অক্ষয় ভাণ্ডাৰ।" এইটো নকলেও হ'ব যে মানবাত্মা বিশ্বাত্মাৰেই অংশ, আৰু মানৱৰ ভিতৰতে নিহিত হৈ আছে বিশ্বব্ৰহ্মাণ্ডৰ শক্তি। ব্যক্তিৰ সমষ্টিয়েই যিহেতু সমাজ, ব্যক্তি জীৱনৰ সুস্থতাৰ ওপৰতে সমাজৰ সুস্থতাও নিৰ্ভৰ কৰে বহুখিনি। সমাজ সুস্থ হলে দেশ

আৰু জাতিও সুস্থ হয়, আৰু এইদৰে তাৰ পৰিসৰ বঢ়াই নিব পাৰিলেই ব্যক্তি মাত্ৰৰে মনত মহাদেশ-মহাজাতি বা সমগ্ৰ বিশ্ব আৰু মানৱ সমাজ এক সৰ্বাঙ্গসুন্দৰ ৰূপত প্ৰতিভাত হয়। সন্দেহ নাই, আমাৰ ৰাজনৈতিক চিন্তাধাৰাত ই এক নতুন আদৰ্শ। কিন্তু মনকৰিবলগীয়া যে এনে আদৰ্শৰ কথা প্ৰচাৰেই আছিল ৰায়চৌধুৰীদেৱৰ সংৰক্ষিণী দৰ্শনৰ মূল লক্ষ্য। তেখেতে গভীৰভাৱে উপলব্ধি কৰিছিল যে শৰীৰৰ প্ৰত্যেকটো অঙ্গৰ সুস্থতা বা বিকাশৰ ওপৰত যিদৰে ব্যক্তিৰ সুস্থতা বা বিকাশ নিৰ্ভৰ কৰে, সেইদৰে কোনো মহাজাতি আৰু মহাদেশৰ উন্নতিও নিৰ্ভৰ কৰে— সেই মহাজাতি বা মহাদেশৰ প্ৰত্যেকটো জাতি আৰু প্ৰতিখন দেশৰ উন্নতিৰ ওপৰত। সেয়ে, তেখেতে স্পষ্ট ভাষাৰে কৈছিল যে ভাৰত মহাদেশ আৰু ভাৰতীয় মহাজাতিৰ সংৰক্ষণ, সংগঠন আৰু সংবৰ্ধন কৰিবৰলৈ হলে আমি প্ৰথমতে গুৰুত্ব দিব লাগিব ইয়াৰ প্ৰত্যেকখন ৰাজ্য আৰু জাতিৰ সংৰক্ষণ, সংবৰ্ধনৰ ওপৰত। প্ৰসঙ্গক্ৰমে কৈ থবলগীয়া যে এই সংৰক্ষণ, সংগঠন আৰু সংবৰ্ধন হ'ল— ৰায়চৌধুৰীৰ সংৰক্ষিণী দৰ্শনৰে তিনিটা স্তৰ; আৰু দেশ বা জাতিৰ ওপৰত চলা সকলো প্ৰকাৰৰ অন্যায়-অবিচাৰ আৰু শাসন-শোষণৰ অন্ত পেলাই জাতি-ধৰ্ম-নিৰ্বিশেষে সকলো লোকক আত্মিক বিকাশৰ সুযোগ দিয়াই হ'ল এই তিনিওতা স্তৰৰ প্ৰধান কথা।

ভাৰতীয় মহাজাতি মূলতঃ বিভিন্ন জাতিৰ সমষ্টি। আধ্যাত্মিক আৰু সাংস্কৃতিক দিশত বেলেগ বেলেগ ৰাজ্য আৰু জাতিসমূহৰ মাজত কিছু পৰিমাণে মিল থাকিলেও ভাৰতৰ প্ৰত্যেক ৰাজ্য আৰু জাতিৰে কিছুমান স্বকীয়া স্বকীয়া বৈশিষ্ট্য আছে আৰু সেই বৈশিষ্ট্যবোৰৰ সংৰক্ষণ আৰু সংবৰ্ধনৰ ওপৰতহে এই মহাদেশৰ ঐক্য, সংহতি আৰু সাৰ্বভৌমত্ব বহুপৰিমাণে নিৰ্ভৰ কৰে। গতিকে, ইয়াৰ প্ৰত্যেকখন ৰাজ্য আৰু জাতিকেই স্বকীয় ঐতিহ্য-ৰক্ষা আৰু আত্মবিকাশৰ

সুযোগ দিয়াটো নিতান্তই বাঞ্ছনীয়। এই কথাটোলৈ সর্তকতাৰে লক্ষ্য নাৰাখিলে কালক্ৰমত কোনো শক্তিশালী জাতিৰ কবলত পৰি আন ঐতিহ্যসম্পন্ন জাতিৰ অস্তিত্ব পর্যন্ত বিলুপ্ত হোৱাৰ উপক্ৰম ঘটিব পাৰে; আৰু তেনে অৱস্থাত আমাৰ ঐক্য আৰু মুক্তিৰ পৰিবর্তে অনৈক্য আৰু দাসত্বৰ ভাৱ সুদূৰ প্ৰসাৰী হোৱাৰ সম্ভাৱনাহে প্ৰায় নিশ্চিত হৈ পৰে। দ্ৰষ্টাপুৰুষ ৰায়চৌধুৰীদেৱে লক্ষ্য কৰিছিল যে তৎকালীন অসমত চমুৱা, ভগনীয়া লোকৰ অবাধ প্ৰব্ৰজন আৰু তেওঁলোকে থলুৱা লোকৰ ওপৰত চলোৱা উৎপীড়নে ঠিক তেনেকুৱা অৱস্থা এটাৰে উপক্ৰম কৰি তুলিছিল; কিন্তু দুখৰ বিষয়, সর্ব-ভাৰতীয় নেতাসকলে তেতিয়া এই গুৰুত্বপূর্ণ কথাটোলৈ সমূলি গুৰুত্ব নিদি এটা আগুকণীয়া মনোভাৱ লৈহে আঁতৰি ফুৰিবলৈ যত্ন কৰিছিল। গতিকে সমাজ-সচেতনপুৰুষ ৰায়চৌধুৰীৰ কাৰণে তেতিয়া 'সংৰক্ষিণী সভা' প্ৰতিষ্ঠাৰ বাহিৰে আৰু অন্য পথেই নাছিল। অসমৰ অতীত ঐতিহ্য আৰু তৎকালীন অৱস্থাৰ কথা উল্লেখ কৰি 'সংৰ-ক্ষিণী'ৰ মুখপত্ৰ 'চেতনা'ৰ প্ৰথম সংখ্যাটোত তেখেতে লিখিছিল: "ভাৰতীয় মহাজাতিৰ বিশিষ্ট বিৰাট ঠেঙুলি অসমীয়া (কামৰূপী) জাতিয়ে সভ্যতাৰ আদর্শেৰে এদিন উন্নতিৰ উচ্চ আসনত অধিষ্ঠিত হৈছিল বুলি কথা-বার্তাই, কাকত-পত্ৰই, সভাই-সমিতিয়ে আমি প্ৰচাৰ কৰি ফুৰোঁ। কিন্তু আমাৰ সমাজৰ বর্তমান অৱস্থালৈ চালে, পূর্ব গৌৰৱ প্ৰচাৰ কৰি ফুৰা কথাৰ সত্যতাৰ ওপৰত সন্দেহৰ খুঁত ওলায়।" আৰু সেয়ে, অন্য এটি প্ৰসঙ্গত এই গুৰুত্বপূর্ণ বিষয়টোলৈ আঙুলিয়াই দি অসমৰ ডেকা-শক্তিৰ প্ৰতি আহ্বান জনাই তেখেতে কৈছিল: ডেকা অসম! তুমি খেতিয়ক, বন্ধুৱা, উকিল, মুক্তিয়াৰ, হাকিম, চৰ্-ডেপুটি, আমোলা, কেৰাণী, মহৰী, বেপাৰী খামাৰী, ধনী, মুনিহ-তিকতা যিয়েই নোহোৱা এবাৰ সমগ্ৰভাৱে দেশৰ সামূহিক দুৰ্দশালৈ লক্ষ্য কৰি মুক্তি-উন্মাদনাত উজ্জীৱিত হৈ তোমাৰ

জন্মভূমিত নিজৰ স্থিতিটো উপলব্ধি কৰি ব্যক্তিগত নীচ স্বাৰ্থৰ খকটো পৰিহাৰ কৰি, দেশৰ, জাতিৰ সমূহীয়া স্বাৰ্থৰ উচ্চ মৰ্যাদাটো আগত লৈ বীৰ স্বৰূপে কৰ্মক্ষেত্ৰত অৱতীৰ্ণ হোৱাহি। কিয়নো, তোমাৰ ভাষা-সাহিত্য, সংস্কৃতি-সভ্যতা, জাতীয় আদৰ্শ আৰু চিন্তাধাৰা উন্নতি-গামী গতি আনৰ বলিশালত।" মুষ্টিমেয় দুই চাৰিজনৰ বাহিৰে সৰহ সংখ্যকেই কিন্তু তেতিয়া তেখেতৰ জেনে আহ্বানৰ প্ৰতি কোনো সহঁাৰি জনোৱা নাছিল; বৰং আমাৰ বহুতে তেখেতক তেতিয়া সঙ্কীৰ্ণমনা, বিচ্ছিন্নতাবাদী, প্ৰাদেশিকতাবাদী প্ৰভৃতি আখ্যাৰেহে তাচ্ছিল্য কৰিবলৈ বিচাৰিছিল। দেশপ্ৰাণ বায়চৌধুৰীৰ প্ৰতি থকা এনে ধাৰণা যে কিমান অন্যায় আৰু ভ্ৰমাত্মক তাক তেখেতৰ এনে আক্ষেপৰ পৰাই ভালদৰে বুজিব পাৰি: "মোক সকলোৱে বঙাল-বিদ্বেষী বুলি কয়। কিন্তু মই কবিতা লিখিছিলো বঙালী হোৱাৰীৰ প্ৰেমত পৰি।" স্বৰ্গীয় মহেন্দ্ৰমোহন চৌধুৰীদেৱে বায়চৌধুৰী ডাঙৰীয়াৰ ৰাজনৈতিক দূৰদৰ্শিতা আৰু উদাৰ দৃষ্টিভঙ্গীলৈ লক্ষ্য কৰি কোৱা এইখিনি কথাও এই প্ৰসঙ্গতে উল্লেখ কৰিবলগীয়া: "আজি অসমীয়া মানুহে বাচৌধুৰীক প্ৰাদেশিকতাবাদী, সঙ্কীৰ্ণমনা আদি বিভিন্নভাৱে সমালোচনা কৰিছে যদিও এদিন সময় আহিব যিদিনা বায়চৌধুৰীৰ আদৰ্শ ভিন্ন অসমীয়া জাতিৰ স্বকীয়া আদৰ্শ নাথাকিব। এদিন অসমীয়া মানুহে উপলব্ধি কৰিব অসমীয়া জাতি হিচাপে বাচি থাকিবলৈ হলে বায়চৌধুৰীৰ আদৰ্শক আকৌ জীয়াই তুলিব লাগিব।"

আনন্দৰ কথা, পলমকৈ হলেও বায়চৌধুৰীদেৱৰ সেই মহৎ আদৰ্শৰ মৰ্ম বৰ্ত্তমান অসমীয়া মানুহে বুজিব পাৰিছে; আৰু যি ডেকা-শক্তিৰ ওপৰত পৰম আস্থা ৰাখি তেখেতে ভৱিষ্যত অসমৰ কল্পনা কৰিছিল, তেখেতৰ জন্ম-শতবৰ্ষ পূৰ্তিৰ পবিত্ৰ সময়খিনিতে সেই ডেকা শক্তিয়ে একত্ৰিত আৰু সংকল্পবদ্ধ হৈ অসমৰ অস্তিত্ব

আৰু ঐতিহ্য ৰক্ষা কৰিবলৈ আগবাঢ়ি আহিছে। ডেকা অসমৰ প্ৰতিষ্ঠা হওক, ৰায়চৌধুৰীৰ অমৰ আত্মাই শান্তি লভক— এয়েই আমাৰ আন্তৰিক কামনা।

# অসমীয়া কবিতাত জাতীয়তাবাদ আৰু অম্বিকাগিৰী ৰায়চৌধুৰী

যোগেশ দাস

১৮৯০ ৰ পৰা ১৯৪০ চনলৈ মোটামুটিভাৱে এই পঞ্চাছ বছৰ জোৰা আধুনিক অসমীয়া সাহিত্যৰ ৰোমাণ্টিক যুগৰ সমসাময়িক-ভাৱেই অসমত ভাৰতীয়বাদৰ উত্থান হয়। আমি অসমীয়া কবিতাত ৰাষ্ট্ৰীয়তাবাদ সম্পৰ্কে কৰা এই বিশ্লেষণত এই যুগটোৰ ভিতৰতে সীমাবদ্ধ থাকিম। ভাৰতৰ ৰাষ্ট্ৰীয়তাবাদৰ উদ্ভৱ হয় ভাৰতবাসীৰ পুনৰ স্বাধীনতা লাভৰ আকাংক্ষাৰ পৰা— সেই স্বাধীনতা যি ৰূপেৰে নহওক লাগিলে; পণ্ডিতে ইয়াৰ আৰম্ভণি ১৮৫৭ চনৰ তথাকথিত চিপাহী বিদ্ৰোহৰ পৰাই হয় বুলি কব পাৰি। অসম আৰু উত্তৰ-পূৰ্বাঞ্চলৰ অন্যান্য ৰাজ্যতো কেইটামান বিদ্ৰোহ হৈছিল—যিবিলাকৰ যোগেদি নতুন বৃটিছ উপনিবেশবাদীসকলক উৎখাট কৰিব খোজা হৈছিল। অসমত মণিৰাম দেৱান, খাচী পাহাৰত উ টিৰৎ সিং, উত্তৰ কাছাৰত শম্ভুধন আৰু মণিপুৰত বীৰ টিকেন্দ্ৰজিৎ সিং—এই-সকল আছিল তেনে কিছুমান সশস্ত্ৰ বিদ্ৰোহৰ ছহিদ।

গান্ধীজী প্ৰথম অসমলৈ আহে ১৯২১ চনত, তাৰ পিছতে অসমত এখন প্ৰদেশ কংগ্ৰেছ কমিটি গঠন কৰা হয়। তেতিয়াৰ-পৰাহে সৰ্বভাৰতীয় চেতনাৰে পূৰ্বাঞ্চলবাসী ৰাইজ উদ্বুদ্ধ হবলৈ ধৰে। তাৰ আগলৈকে অসমীয়া সাহিত্যত যি দেশপ্ৰেমৰ কবিতা লিখা হৈছিল তাৰ কেন্দ্ৰীয় প্ৰেৰণা আছিল অসম আৰু পূৰ্বাঞ্চল। লক্ষ্মীনাথ বেজবৰুৱাই যেতিয়া ১৯১০ চনত "মোৰ দেশ" (অ' মোৰ আপোনাৰ

দেশ ) লিখে, তেতিয়া তেওঁ অসমৰ যশৰাশিৰেই গুণ গান কৰিছিল ; আৰু এই গীতটো অসমৰ জাতীয় সঙ্গীত হৈ উঠে। কিন্তু যেতিয়া ১৯২৬ চনত অম্বিকাগিৰী ৰায়চৌধুৰীয়ে পাণ্ডু কংগ্ৰেছৰ আৰম্ভণি গীতৰূপে 'আজি বন্দো কি ছন্দেৰে' লিখে, তেতিয়া তাৰ নিহিত মাতৃভূমি হৈ উঠিল ঐতিহ্যমণ্ডিত ভাৰতবৰ্ষখন।

অৱশ্যে ৰায়চৌধুৰী সমন্বিতে অসমীয়া দেশপ্ৰেমিক কবিসকলে একে উশাহতে অসম আৰু ভাৰত উভয়ৰে কথা লৈ কবিতা, গীত আদি লিখিছিল ; প্ৰায়েই ইজনাক সিজনাৰ ৰূপত দেখিবলৈ পাইছিল। এনে কবিৰলৈ যাওঁতে তেওঁলোকে কোনো বিৰোধ দেখা নাপাইছিল, কাৰণ বৃহত্তৰ ভাৰত উপ-মহাদেশখনৰ আমি অবিচ্ছেদ্য অঙ্গ হৈ থকাত সাংস্কৃতিকভাৱে তেওঁলোকে ভাৰতৰ বাকী অংশৰ লৈতে একাত্মবোধ অনুভৱ কৰিছিল। অসম বা কামৰূপৰ জয়গান গাবলৈ যাওঁতে তেওঁলোকে প্ৰায়েই ভাৰতৰ অতীত কীৰ্তিসমূহৰো জয়গান গাই গৈছিল। কমলাকান্ত ভট্টাচাৰ্যই (১৮৫৩-১৯৩৬) অসমীয়া মানুহক উন্নতি পথত আগুৱান হবৰ কাৰণে ইংৰাজৰ আহি লবলৈ আহ্বান কৰিছিল ; অথচ তেৱেঁই কৈ গৈছিল যে অসম যুগ যুগ ধৰি আৰ্য ভাৰতৰ লগত গ্ৰথিত হৈ আছিছে। তেওঁৰ বিখ্যাত কবিতা 'পাহৰণি'ত তেওঁ ভাস্কৰ্যৰ চিন থকা এনেকুৱা পুৰণি শিল দেখি এই সুপ্ৰাচীন দেশখনৰ বিলুপ্ত হৈ যোৱা গৌৰৱৰাজিক লৈ শোক প্ৰকাশ কৰিছে আৰু সেই লুপ্ত গৌৰৱ পুনৰুদ্ধাৰ নকৰা কাৰণে দেশবাসীক ভৰ্ৎসনা কৰিছে। যাইকৈ কামৰূপ-প্ৰাগজ্যোতিষ-পুৰৰ কথাকে কলেও ইয়াত তেওঁ সমগ্ৰ ভাৰতৰ দুৰ্দশাৰ বিষয়ে দুখ প্ৰকাশ কৰিছে :

আপোন নিচিনি ভাৰত সন্তানে
বিচাৰয় আজি কাৰ পৰিচয় ?
হায়, কলিকালে কিহত পেলালে

ভাৰতৰ আজি কিনো দুঃখময়।

............ ............ ............

কুশিক্ষিত আজি ভাৰত সন্তানে

পঢ়িবলৈ এই বুৰঞ্জী আখৰ

নিচিনি আপোন পৰক শলাগে !

ই হেন দুৰ্ভাগ্য হায় ভাৰতৰ।

বেজবৰুৱাই তেওঁৰ দেশপ্ৰেমৰ কবিতাবিলাক লিখিছিল ৰাষ্ট্ৰীয়তাবাদ দেশ জুৰি বিয়পি পৰাৰ আগতেই। অৱশ্যে কলিকতাত থকা কাৰণে জাতীয়তাবাদী আন্দোলন ক'ত কেনেকৈ হৈছিল সেই সম্বন্ধে তেওঁ সজাগ আছিল; তেওঁ কংগ্ৰেছৰ অধিবেশনতো যোগদান কৰিছিলগৈ। কিন্তু সেইবিলাক প্ৰতিবিম্ব তেওঁৰ কবিতাত কেতিয়াও পৰা নাছিল। তথাপি আমি লক্ষ্য নকৰাকৈ থাকিব নোৱাৰো। যে 'বীণ ব'ৰাগী'ত তেওঁ অসমৰ অতীতৰ কৃতী ব্যক্তি-সকলৰ যশৰাশি স্মৰণ কৰি নিজৰ হিয়া বলৱত্ত কৰিবলৈহে প্ৰধানকৈ চেষ্টা কৰিলেও একে সময়তে তেওঁ সীতা শান্তী, নল-দময়ন্তী, শ্ৰীবৎস-চিন্তা আদি সৰ্বভাৰতীয় কাহিনীবিলাকো স্মৰণ কৰি গৈছিল। এই ধৰণে অসমৰ অতীত গৌৰৱৰাজি স্মৰণ কৰি কবিতা লিখাৰ ধাৰা এটাই বৈ যোৱা আমি দেখিবলৈ পাওঁ—শৈলধৰ ৰাজখোৱা, ভিম্বেশ্বৰ নেওগ, বিনন্দচন্দ্ৰ বৰুৱা, লক্ষ্মীনাথ ফুকন আৰু শেষ ৰোমাণ্টিক কবি দেৱকান্ত বৰুৱালৈকে—যিধাৰাত দেশপ্ৰেমৰ কবিতা লিখে। এওঁলোকে অসম বুৰঞ্জীৰ কিছুমান গুৰুত্বপূৰ্ণ ঘটনা বাছি লৈছিল কেৱল অসমীয়া মানুহৰ গুণ গান কৰিবলৈকে। আনহাতে, আন এচাম কবিও আছিল—যেনে, চন্দ্ৰকুমাৰ আগৰৱালা, বিনন্দচন্দ্ৰ বৰুৱা, পদ্মধৰ চলিহা ইত্যাদি—যিসকলে অসম আৰু ভাৰত উভয়ৰে প্ৰশংসনীয় ঘটনাৰাজিক লৈ কবিতা ৰচনা কৰিছিল। গতিকে দেখা যায় যে এইসকল অসমীয়া কবিয়ে অকণটোৰ ভিত্তিতে দেশপ্ৰেমৰ

তাৰ প্ৰকাশ কৰিছিল, যদিও তেওঁলোকে বহল ভাৰতবৰ্ষখনক সাংস্কৃতিকভাবে নিজৰেই দেশ বুলি অনুভৱ কৰিছিল; নাইবা যদিহে তেওঁলোকে অকল আমাৰে জয়গান গাই গৈছিল তথাপি ভাৰতক কেতিয়াও অবজ্ঞা কৰাও নাছিল। ৰোমান্টিক কবি হিচাপে দেশপ্ৰেম আৰু অতীত ৰোমন্থন তেওঁলোকৰ কাব্যচৰ্চাৰ এটা বিশেষত্ব আছিল।

আৰো আন এচাম কবি আছিল—নলিনীবালা দেৱী, জ্যোতিপ্ৰসাদ আগৰৱালা, অম্বিকাগিৰী ৰায়চৌধুৰী—যিসকল পোন-পটীয়াকৈ গান্ধীবাদী আন্দোলনৰ প্ৰভাৱত পৰিছিল; আৰু তেওঁ-লোকে প্ৰত্যক্ষভাবেই ৰাষ্ট্ৰীয়তাবাদৰ আদৰ্শ তেওঁলোকৰ কবিতাত প্ৰকাশ কৰি গৈছে। নলিনীবালাৰ প্ৰখ্যাত 'জনমভূমি' কবিতাটোত এনে এখন দেশৰ বৰ্ণনা আছে যিখন যিকোনো জাতিৰে যিকোনো ব্যক্তিৰে মাতৃভূমি হব পাৰে। ই দেশ-পাত্ৰ-নিৰ্বিশেষ। পৰ্য্যাপ্ত গভীৰতাসম্পন্ন ৰহস্যবাদৰ কবিৰূপে তেওঁ অসমীয়া সাহিত্যত স্বাক্ষৰ ৰাখি গৈছে। কিন্তু তেওঁ আছিল প্ৰবীণ কংগ্ৰেছ নেতা কৰ্মবীৰ নবীচন্দ্ৰ বৰদলৈৰ কন্যা। তেওঁ নিজৰ ঘৰতে গান্ধীজী আৰু আলি ভাতৃদ্বয়ৰ সান্নিধ্যলৈ আহিছিল। কংগ্ৰেছ অনুষ্ঠানটোৰদ্বাৰা তেওঁ প্ৰভাৱান্বিত হৈছিল। ৰহস্যবাদী ৰূপে তেওঁ প্ৰভাৱিত হৈছিল প্ৰাচীন ঋষি-মুনিসকলৰ কাহিনীৰদ্বাৰা। তেওঁৰ 'যুগদেৱতা' সংকলনৰ কবিতাবিলাকত ইয়াৰ জাজ্জ্বল্যমান দৃষ্টান্ত আছে। অতীত গৌৰৱৰ বিপৰীতে বৰ্ত্তমান দেশৰ দুৰৱস্থা দেখি তেওঁ পুৰণি দিনৰ কথাৰে উচ্ছাসিত হৈ ভবিষ্যবাণী কৰি কৈছে, "বিজয়িনী ভাৰতৰ নাই পৰাজয়"। তেওঁ অতীত ভাৰতৰ আদৰ্শ নাৰীৰ কথা এনেকৈ স্মৰণ কৰিছে :

দেশপ্ৰীতি-বীৰত্ব মই ৰাণীবাণী
লক্ষ্মীবাঈ হলোঁ দুৰ্গাবাঈ ৰেজিয়া চুলতানা
নাৰীধৰ্ম পতিব্ৰতা ধৰ্মৰক্ষা হেতু
হলোঁ পদ্মিনী

আহুতিলোঁ নিজ প্ৰাণ সতী সঙ্গিনী স'তে
জ্বলন্ত বহ্নিত 'জহৰ' ব্ৰতধাৰিণী।

সেইদৰে আনকালে ভাৰতে স্বাধীনতা লাভ কৰাত বাপুক স্মৰণ কৰি লিখিছে :

অহিংসাৰ মন্ত্ৰধ্বনি প্ৰাণত বাজিল
ভাৰতৰ সন্ন্যাসী জাগিল।

.... .... .... ....

ঋষিৰ সাধনা সিদ্ধ
ক্ষত্ৰমন্ত্ৰে বিশ্ব কঁপিল
ভাৰতৰ দাসত্বৰ শিকলি ছিগিল
ভাৰতৰ অহিংসাৰ বিজয় বাতৰি
মহাবিশ্ব চমকি উঠিল।

জ্যোতিপ্ৰসাদ আগৰৱালা আন এজন উল্লেখযোগ্য কবি যি ভাৰতৰ মহত্ত্ব গভীৰভাৱে উপলব্ধি কৰিছিল। যদিও তেওঁ পৰ্বত-ভৈয়ামৰ সকলো জাতিকে সামৰি উলুপী-অৰ্জুনৰ কাহিনী সমন্বিতে সকলো ধৰ্মাৱলম্বী অসমীয়া জাতিসত্তাৰ সন্ধানেই বেছিকৈ কৰিছে, তথাপি কিছুমান কবিতাত মাজে মাজে ভাৰতৰ সভ্যতা আৰু ঐতিহ্যক স্মৰণ নকৰাকৈও থকা নাই। বৰং ক'ব পাৰি যে আগৰৱালাই ভাৰতবৰ্ষৰ সীমাকো অতিক্ৰম কৰি বিশ্বমানৱৰ চেতনা জগাবলৈহে চেষ্টা কৰিছিল। আন আন কবিতাত তেওঁ গান্ধীজীৰ নেতৃত্বাধীন জাতীয় আন্দোলনকো চিত্ৰিত কৰি গৈছে। 'কাঞ্চনজঙ্ঘাৰ' চূড়ৰে তেওঁ আবহমান কালৰ ভাৰতবৰ্ষখনৰ ইতিহাসকে দেখিবলৈ পাইছিল :

ভাৰতবৰ্ষ
দেখি-শুনি জাগে মোৰ
বিষাদতো হৰ্ষ।

... ... ...

ৰূপান্তৰেদি আহি
বৰণ সলাই হাঁহি
মানপীয়ে নাচে এই ভাৰত মৰুত।

'পোহৰৰ গান'ত তেওঁ গাইছে:

আজি জাগ্রত ভাৰত
পোহৰৰ গানে গানে
জাগে জনতাৰ মহাপ্রাণ,
যুগে যুগে সঞ্চিত
স্বাধীনতাহীনতাৰ
জাগে জ্বালাময়ী অভিমান।
......... .......

মহাপোহৰৰ বাটে
মোহন গান্ধী গ'ল
পৃথিবীক বাট দেখুৱাই।

কিঞ্চিৎ লঘু ভাৱত লিখা 'ভলণ্টিয়াৰৰ দুখ' কবিতাতো আগৰবালাই গান্ধীবাদী আন্দোলনৰ আদৰ্শ ফুটাই তুলিছে:

গান্ধীৰ কথা শুনিবলে' সদায় হুচিয়াৰ।
মই ভলণ্টিয়াৰ।
......... ......... .........

গাৱঁত আছিলোঁ শুই
গান্ধীয়ে লগালে জুই
বন্দুক-বাৰুদ নোহোৱাকৈয়ে
চাহাব খেদাব পাৰি হেনো
এই বুলি মিটিঙে মিটিঙে বক্তৃতা দিয়া শুনো।

একেটা কবিতাতে আদৰ্শবাদৰ দ্বিধা ফুটি উঠিছে—

বুকুৰ ভিতৰত হিংসা-বাঘে
যেন পিজৰাত বনাই,

উজনি-ভটনি বাৰে বাৰে
আহিব খোজে ওলাই।
অহিংসা বাণীৰে তাক খুচি খুচি
থওঁ ভিতৰলৈ সুমাই,
তথাপিও সি মাটিত কামুৰি
আছেই গোৰগোৰাই

দেৱকান্ত বৰুৱাই 'লাচিত ফুকন' লিখে দেশে স্বাধীনতা লাভ কৰাৰ আগত আৰু 'মোৰ দেশ মানুহৰ দেশ' লিখে ১৯৬২ চনৰ চীনা আক্ৰমণৰ সময়ত। প্ৰথমটো কবিতাত তেওঁ অম্বিকাগিৰী ৰায়চৌধুৰীৰ দৰেই দেশবাসীৰ নৈতিক অধঃপতন দেখি দুখ কৰিছে; সহকৰ্মী দেশসেৱকৰ দুষ্কৃতিৰ সমালোচনা কৰিছে আৰু গুৱাহাটীৰ ওচৰত মোগল বাহিনীক পৰাজিত কৰা আহোম সেনাপতি লাচিত বৰফুকনৰ আদৰ্শক প্ৰেৰণাৰূপে লবলৈ ইচ্ছা কৰিছে। এই দুজন কবিৰ ক্ষেত্ৰতে মাত্ৰ দেখা যায় কবিতাৰ যোগেদি সহকৰ্মী ৰাজনীতিকৰ কাৰ্যাৱলীৰ সমালোচনা। দ্বিতীয়টো কবিতাত বৰুৱাই অসম আৰু ভাৰত উভয় মাতৃভূমিৰে সন্তানসকলৰ ভাতৃসুলভ মৰম অনুভৱ কৰিছে আৰু কৈছে যে চীনৰ ভাৰত আক্ৰমণৰ দৰে দুৰ্ভাগ্যজনক ঘটনাত যেতিয়াই আক্ৰমণকাৰী আহিছে— তেতিয়াই ভাৰতবাসীয়ে উভতি যুঁজ দিছে:

জীৱনৰ মৃত্যুঞ্জয়ী আকুল আহ্বানে বাৰে বাৰে
মাতিছে আমাক;
তেজেৰে আমাৰ
পানীপথ, হলদিঘাট, পলাশীৰ, শৰাইঘাটৰ
মাটি সেমেকাই
আমি তাক কৰিছোঁ গ্ৰহণ।
কাঁচিকাটে মতিছে আমাক,
আমি তাৰ কিন্তু প্ৰত্যাখ্যান কৰা নাই।

তদুপৰি ৰাধনাথ ফুকন, নবীনচন্দ্ৰ বৰদলৈ, ভকপৰাম ফুকন, উমেশচন্দ্ৰ চৌধুৰী, হিতেশ্বৰ বৰবৰুৱা আদি অন্যান্য কবিয়েও দেশপ্ৰেমৰ কবিতা লিখি থৈ গৈছে। তেওঁলোকৰ কবিতাতো ৰাষ্ট্ৰীয়তাবোধ প্ৰায়েই প্ৰকাশ পাইছিল। প্ৰবন্ধ ডাঙৰ হৈ পৰিব বুলি সেইসকলৰ বিষয়ে ইয়াত বিত্তাবিত্তভাবে আলোচনা কৰা নহ'ল।

উক্ত কবিসকলৰ দৰে অসম-কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীয়েও (১৮৮৫-১৯৬৭) অসমীয়া জাতীয়তা আৰু ভাৰতীয় ৰাষ্ট্ৰীয়তাবাদ উভয়ৰে উপলব্ধিত কবিতা লিখিলেও সকলোৰে ভিতৰত তেওঁক অনন্য বুলিব পাৰি। কাৰণ যি গভীৰ আবেগ আৰু বিশাল বিস্তৃতিৰে তেওঁ অসম আৰু ভাৰতৰ বিষয়ে কবিতাৰ যোগেদি মনৰ অনুভূতি প্ৰকাশ কৰি গৈছে সিমানখিনি আন কোনো অসমীয়া কবিৰ ক্ষেত্ৰতে দেখিবলৈ পোৱা নাযায়। তেওঁক আমাৰ মাজৰ বহুতেই ভুল বুজিছিল; বহু নিন্দাৰ পাত্ৰ তেওঁ হৈছিল—মিছাকৈয়ে। এজন সমালোচকে ৰায়চৌধুৰীক অসম-মাতৃৰ নষ্ট-ল'ৰা আখ্যা দিছিল; কিয়নো, তেওঁ হেনো ৰাজনীতিৰে সৈতে সাহিত্য-চৰ্চাতে লাগি থকা উচিত আছিল। অসমীয়া সাহিত্যৰ ভিতৰতে অসামান্য তিনিখনকৈ বহুমূল্যবান কাব্য-গ্ৰন্থৰ প্ৰণেতা—"তুমি", "বীণা" আৰু আংশিক ভাবে "অনুভূতি"—এই কবিজন জননেতা হৈ পৰিল আৰু দেশ-প্ৰেমৰ কবি হৈ পৰিল। আগ বয়সত তেওঁ এনাৰ্কিষ্ট দল এটাৰ লগ হৈ পশ্চাদযাত্ৰী কাৰ্যত লিপ্ত হৈছিল—'বন্দিনী ভাৰত' নামে দেশপ্ৰেমমূলক নাট লিখি অভিনয় কৰাবলৈ গৈ বৃটিছ কৰ্তৃপক্ষৰ অপ্ৰিয়ভাজন হৈছিল; যিহৰ ফলত বাজেয়াপ্ত হৈ যোৱা সেই নাট চিৰদিনলৈ লুপ্ত হৈ গ'ল। এইবিলাক কাৰ্য-কলাপৰ কাৰণে ৰায়চৌধুৰীক তেওঁৰ জনস্থান বৰপেটা নগৰত অন্তৰীন বন্দী কৰি থোৱা হৈছিল। শেষত তেওঁ গান্ধীবাদী অহিংস আন্দোলনলৈ আহে; দেশৰ স্বাধীনতাৰ কাৰণে আন্দোলনত লাগি জেললৈ যায়। কিন্তু উপাদি তেওঁ অসমৰ সৰ্বজনীন সমাধানকে ৰাজহুৱা জীৱনৰ প্ৰধান

লক্ষ্য কৰি নয়; স্বাধীনতাৰ পিছত তেওঁ একপ্ৰকাৰ নিঃসংগভাৱেই অসমৰ হৈ যুঁজ বাগৰ কৰি থাকে যদিও সৰ্বভাৰতীয় চেতনা তেওঁৰ অন্তৰত সদা-জাগ্ৰত হৈয়ে আছিল। আগজীৱনত যেতিয়া ৰহস্যবাদী কাব্যৰ চৰ্চা কৰিছিল তেতিয়া বহু সময়তে তেওঁ ভগৱানকে প্ৰেৰণাৰ উৎস বুলি স্বীকাৰ কৰিছিল। যেয়েই পিছলৈ দেশৰ কাৰণে এনেকৈ একান্ত হৈ গ'ল যে দেশকেই ভগৱান বুলি গণ্য কৰা হ'ল। সেই দেশ অসমো, ভাৰতো। অসমীয়া জাতিৰ মাজত নানান গোষ্ঠীৰ, নানান ধৰ্মৰ সমন্বয় ঘটাবলৈ আঙুলিয়াই দি সময়ত যেনেকৈ অসমীয়াৰ সৰ্বস্ব গ'ল বুলি চিঞৰি উঠিছে, তেনেকৈ বৃহৎ ভাৰতীয় পটভূমিত পৰিদৃষ্ট হোৱা নানান দেশৰ, নানান দুৰ্বলতা, নানান অৰ্থনৈতিকতাৰো কঠোৰ সমালোচনা কৰিছে। দেশৰ দুৰ্দশাৰ কথাকে চিন্তা কৰি কৰি তেওঁ শেষ নিশ্বাস পেলায় বুলি কব পাৰি; শেষ মুহূৰ্তলৈকে দেশপ্ৰাণ কবিজনে সেইবিলাক অনুভূতিকে কবিতাত প্ৰকাশ কৰি গ'ল।

১৯২৬ চনত পূৰ্বাঞ্চলত হোৱা প্ৰথম পাণ্ডু কংগ্ৰেছ অধিৱেশন উপলক্ষে ৰায়চৌধুৰীয়ে যি আৱাহনী গীত ৰচনা কৰে, সি বিভিন্ন প্ৰদেশৰপৰা অহা প্ৰতিনিধিবৰ্গৰ প্ৰশংসা লাভ কৰে। এই গীতটোকে সামান্য সালসলনি কৰি পুনৰ ১৯৫৭ চনত অসমত দ্বিতীয়বাৰ হোৱা প্ৰাগজ্যোতিষপুৰ কংগ্ৰেছতো গোৱা হয়। ইয়াত নিহিত একেখন দেশৰ ধাৰণা আৰু আবহমান কালৰ ঐতিহ্যপূৰ্ণ ভাৰতীয় সংস্কৃতিৰ উপলব্ধি প্ৰকাশ পাইছে গুৰুগম্ভীৰ ভাষা আৰু উদাত্ত সুৰেৰে।

আজি বন্দো কি ছন্দেৰে সমাজত বিৰাট
নৰনাৰায়ণ ৰূপ,
শান্তি-পৰাধীন কুণ্ঠিত চিত্ত-মন, আই
ফুল-চন্দন ধূপ—
তুমি জগতত ভনিষ্ঠেঁ পাতক ক্ষমা কৰি
সন্ত বৰিষী,

যজ্ঞ ৰাজসূয় হেলাৰে সম্পাদিলে, সম্রাট
হৈ একচ্ছত্ৰী,

……… ………

আজি জয়-গান স্বাধীনতা উচ্ছ্বল কণ্ঠত নোশোভে
সি গীত অনুৰূপ।
আজিৰ যুগত নাই যজ্ঞ ৰাজসূয়, নাই
ৰজা নৰপতিবৰ্গ
নাহে নাৰায়ণৰূপী পাঞ্চজন্যধাৰী, লবলৈকে
যজ্ঞৰ অৰ্ঘ্য,
সেই নাৰায়ণ আজি স্থিতি গণ ৰূপেৰে,
ৰচনা কৰিব ধৰা স্বৰ্গ,
আজি গণসূয়-যজ্ঞৰ পুণ্য-উদ্দীপনা-আলোড়িত
নিখিল ভুৱ।

এনেকুৱা গীত যেওঁ 'অসম এছ'চিয়েচন'ৰ সভাত গাবলৈ আৰু স্বেচ্ছাসেৱকে গাই ফুৰিব পৰাকৈও ভালেমান ৰচনা কৰিছিল। কাৰাগাৰত ৰাজনৈতিক বন্দী হৈ থাকোঁতেও যেওঁ যুগে যুগে এনেকুৱা দেশপ্ৰেমৰ গীত ৰচনা কৰিছিল।

"স্থাপন কৰা স্থাপন কৰা" (১৯৫৮), "বন্দো কি ছন্দেৰে" (১৯৫৮), "বেদনাৰ উল্কা" (১৯৬৪—সাহিত্য অকাডেমিৰ পুৰস্কাৰ প্ৰাপ্ত), "দেশেই ভগৱান" (১৯৬৫) আৰু আংশিকভাৱে "অনুভূতি" (১৯৫৪)—এই কেইখন কাব্যগ্ৰন্থতে যেওঁৰ দেশপ্ৰেমমূলক কবিতা-বিলাক সন্নিবিষ্ট হৈ আছে। ইমান নিষ্ঠা, ইমান গভীৰ বিশ্বাস আৰু ইমান ব্যাপকভাৱে ভাৰতীয় ৰাষ্ট্ৰীয়তাবাদৰ প্ৰতিবিম্ব আৰু কোনো অসমীয়া কবিৰ কবিতাত ফুটি উঠা দেখা নাযায়। তলত উদ্ধৃত পাংক্তিবোৰৰপৰাই অন্তৰ কবিৰ পাৰি দেশ যেওঁৰ কাৰণে কি আছিল :

দেশেই মোৰ ধ্যান-জ্ঞান,
দেশেই মোৰ ভগৱান,
সাধ্য-আৰাধ্য পৰমেশ,
...... ........
দেশৰ বিহনে জনম নাই
জনম নহলে জীৱন নাই
জীৱন হেৰালে ভগৱান নাই,

আকৌ 'মানৱতাৰ উদ্দীৱন'ত আছে:

দেশ যদি তোৰ সেৱাৰ প্ৰতীক
দেশ-সন্তান হয় যদি ঠিক,
সৰ্ব-সহন ধাতু সজ্জাৰে
গৰ্ব-দহন সাজ-সজ্জাৰে
জয়ময় কৰি গঢ়ি তোল তোক গঢ়ি তোল।

জেলত থাকোঁতে সাধাৰণতে অপৰাধীক কৰিবলৈ দিয়া সকলো ধৰণৰ কায়িক শ্ৰম কৰিবলৈ তেওঁকো দিয়া হৈছিল। ৰাস্তাৰ হোৱা, শিলগুটি ভঙা আদি শ্ৰমৰ অভিজ্ঞতাৰেও তেওঁ কবিতা ৰচনা কৰিছিল মুখে মুখে। এইবিলাকত তেওঁৰ বলিষ্ঠ দৃষ্টিভঙ্গীৰ উপৰি প্ৰকাশ পাইছে আদৰ্শবাদিতা আৰু মাতৃভূমি ভাৰতৰ প্ৰতি শ্ৰদ্ধা। সেয়ে জেলখনা ওলাই অহা অসহযোগী কৰ্মীসকলে বাহিৰত গাই ফুৰিবৰ কাৰণে তেওঁ ৰচনা কৰি দিছিল 'জাগ জাগ জাগ'—

জাগ জাগ জাগ ভাৰত-সন্তান
হিন্দু-মুছলমান জাগ—
মুক্তি-শঙ্খ বাজে সাজে ভেদি
লক্ষ আত্মাৰ হিয়াৰ তেজেদি
ৰঞ্জিত হোৱা জালিয়ানৱালাবাগ—.
জাগ জাগ জাগ।

জাগ ৰক্তলোলুপ দানৱ-ৰক্ত-পদ-মৰ্দিত
নৰ-নাৰী,
জাগ আবাল-বৃদ্ধ-বনিতা গোলামী ঘৃণ্য
হেয় জীৱন-ভাৰী,
জাগ দুখী-সুখী-শোকী-ৰোগী-ভোগী-যোগী
সুভাগা-অভাগা-হীনভাগা—
জাগ জাগ জাগ।

জেলৰ ভিতৰত শিল ভাঙি তেওঁ গাইছিল যে পাষাণৰ বক্ষ ভেদাৰ দৰে 'পৰি মৰি উঠি কোবাব লাগিব', তেতিয়াহে মাতৃভূমি জাগি উঠিব, শত জনমৰ কলঙ্ক কালিমা উটি-ভাঁহি যাব। জেলত ঝাড়ু ধৰি তেওঁ সকলো সামাজিক ব্যৱধান পৰিহৰি 'জাতিৰ ঝাড়ুদাৰ' হ'বলৈ দেশবাসীক আহ্বান কৰিছে—যাতে তেওঁলোকেই জাতিৰ মাজত যি জাহি-জাবৰ আছে তাক সাৰি-পুচি জাতিৰ জীৱন মনোহৰ কৰি তুলিব পাৰে।

ৰায়চৌধুৰীয়ে ভাৰতৰ গৌৰৱবাজি বহু কবিতাতে আবেগেৰে সৈতে বৰ্ণনা কৰি গৈছে। 'বন্দো কি ছন্দেৰে'ৰ কথা ওপৰত কোৱা হৈছেই। 'মই আছোঁ মই আছোঁ' বুলি তেওঁ পুৰণি কামৰূপ-অসমৰ ইতিহাস আৰু ঐতিহ্য স্মৰণ কৰাৰ উপৰি সমগ্ৰ প্ৰাচীন ভাৰতৰে গিৰিমালাত থকা অজন্তা-ইলোৰা, হৰপ্পা-মহেঞ্জোদাৰো, বেদ-গীতা পুৰাণ-মহাকাব্যবাজি সমস্তকে এই পূৰ্ব-প্ৰান্তৰতো উপলব্ধি কৰি 'ভাৰত মাতাৰ মুকুট-মণি-আছোঁ মই আছোঁ' বুলি চিঞৰি উঠিছে।

মৃত্যুৰ সময়লৈকে ৰায়চৌধুৰীয়ে স্বাধীনতাৰ দুটা দশক ধৰি আমাৰ দেশৰ গতি-বিধি লক্ষ্য ক'ৰ প'ল। এই কালছোৱাত তেওঁ তেওঁৰ নিজা দৃষ্টি-ভঙ্গী মতেই প্ৰধানকৈ অসমৰ দুৰ্দশাবিলাক লৈ যুঁজ কৰি গ'ল। ৰাষ্ট্ৰীয় সঙ্গীতত অসমৰ নাম নথকা, অসমৰ পমুৱা সমস্যা, অসমীয়া ভাষাৰ সুপ্ৰতিষ্ঠাৰ প্ৰশ্ন, অসমীয়াৰ নিজৰ মাজতে থকা ভেদভাৱ—ইত্যাদি বিষয় লৈ তেওঁ ভালেমান কবিতা

এই কালছোৱাত লিখে। আনহাতে ইয়াৰ লগে লগে গোটেই ভাৰত জুৰি ৰাজনীতি, নৈতিকতা, জীৱন-যাত্ৰা সকলোতে সেই দুই দশকত হোৱা অধঃপতন দেখি তেওঁ গভীৰ বেদনা অনুভৱ কৰিছিল। এই অধঃপতনৰ বিৰুদ্ধে থিয় দিবলৈ তেওঁ সমো দেশবাসীলৈ একেই উদাত্ত কণ্ঠে আহ্বান জনাইছিল যদিও তেওঁ যে এই ক্ষেত্ৰত হতাশ হৈ পৰিছিল সেইটো স্পষ্টকৈ দেখা গৈছিল :

হায় ! হায় ! হায় ! দেশখনো মোৰ
কিয় এনে হ'ল ?
যাৰ বাবে মই কৰোঁ ধৰোঁ সিয়ে ধৰি মাৰে,
যাৰ বাবে মই পৰি মৰোঁ সিয়ে গালি পাৰে !
কোনোবেচোন শুনেনে মোৰ
আটাহ-আৰ্তনাদ— (জাগ বেথা মোৰ জাগ)
... .... ... ....
জাতীয় চৰিত্ৰতো ত্যাগ, আন্তৰিকতা,
নোহোৱা হ'ল দেখোঁ হায় ! হায় !
কিহেৰে বাখিব জাতিক জীয়াই ?
সকলোখিনি দেখোঁ যায় যায়। (যায় দেখোঁ যায়
সকলো যায়)

তেওঁ এটা বিৰাট বিপ্লৱৰ প্ৰয়োজন অনুভৱ কৰিছিল। কিন্তু অন্যায়-অনীতি ইমান বেছি যে ক'ত বিপ্লৱ আৰম্ভ কৰিব তাকেই ধৰ নোৱাৰা হৈছিল :

বিলাসালসৰ শ্ৰেণী পৰশত
জীৱন-দীপ্ত কৰ্মোন্মাদী পুৰুষোত্তমৰ
ছন্দ পৰিছে ভাগি,
আত্মানন্দী সেৱা-ব্ৰতসত
গ্লানিৰ জটিল বেদনা জগিছে মৰ্ম-ধৰৰ
বজ আচোৰ লাগি,

.... .... ....

পদ-মৰ্য্যদা-ক্ষমতা থকে
মনস্বীতাক গিলে ভিতিলৈকে,
আত্মাৰ ক্ষুধা ভৰিবে মোহাৰি
যৌন ক্ষুধাৰ পিশাচী ৰূপত মত্ত,
কৰ্ত্তব্যৰ পেছি তল কৰি
বলিয়া চিঞৰে কেৱল দাবীৰ স্বৰ—
( মই বিপ্লবী মই তাণ্ডৱী )

আমাৰ স্বাধীনতা দিৱস, গণৰাজ্য দিৱস আদি উৎসৱবিলাক যে কেৱল উৎসৱতে পৰিণত হৈছে, এইবিলাক দিৱসৰ তাৎপৰ্য্য যে ৰাইজে পাহৰিবলৈ উপক্ৰম কৰিছে, সেইটো অনস্বীকাৰ্য্য। দিৱস পালনৰ উৎসৱত কেৱল নাম কৰা, আনন্দ কৰাই উদ্দেশ্য হৈ পৰিছে। সকলো স্বাধীন হ'ল; পতিকে যাৰ যি ইচ্ছা তাকে কৰিব পাৰে। কোনেও কাকো বাধা দিব নোৱাৰে। ১৯৫২ চনৰ গণ-ৰাজ্য দিৱস উপলক্ষে সেই কাৰণেই দেশপ্ৰাণ কবিয়ে ঠাট্টা কৰি কবিতা লিখিছিল:

স্বাধীন গণৰাষ্ট্ৰ আজি স্থাপিত হোৱাৰ দিন,
উলঙ্গ হই নৃত্য কৰোঁ তাক্ ধিনা ধিন ধিন,—
তলৰ ভৰি ওপৰ কৰি
নিলাজ নিধক ভঙ্গী ধৰি
আনন্দ কিৰিলি মাৰি নাচোঁ ধিন তা ধিন।

.... .... ....

জয়ো স্বাধীন, মৰো স্বাধীন,
নহওঁ একো নীতিৰ অধীন,
পেট ভৰালেই ক্লেদ তুলি মই ভিতিলৈকে পি,
মিছাতে কাক ভয় কৰিবৰ কাৰণ আছে কি ?
হৈধ্য পুৰুষ গোলামীয়ে চেপি ৰখা থেক,—
এই সুবিধা এৰিম কিয় ?—যায় যদি দেশ যক,

গণতন্ত্ৰী স্বাধীনতাই
বাধা-নিষেধ দিলে খহাই,
নিজৰে মোৰ মহল যদি,—দেশৰ স্বাৰ্থ কি ?
যদি কাৰোবাক ভাল লাগে মোৰ দলত সোমাহি !
নাচ ধিনা ধিন, নাচ ধিনা ধিন, নাচ ধিনা ধিন ধি !

দেশখনৰ এই অধঃপতন আন কোনো দেশনেতা কবিয়ে লক্ষ্য কৰি যোৱাৰ চিন আৰু নাই। যদি কোনো কোনোৱে লক্ষ্যও কৰিছিল, তেন্তে তাক লেখাৰে প্ৰকাশ কৰি যোৱা নাই। তেওঁলোকে বক্তৃতাতো সেইটো কৰিছে বুলি কব নোৱাৰি। সেইটো অকলশৰে কবি অম্বিকাগিৰী ৰায়চৌধুৰীয়ে আধুনিক অসমীয়া সাহিত্যত নিজৰ কাৰণে একক আসন এখনি দখল কৰি থাকিব।

# অম্বিকাগিৰীৰ গীত

**নাৰায়ণ বেজবৰুৱা**

গুৱাহাটী কটন কলেজৰ 'অসমীয়া আলোচনা চক্ৰ'ৰ তৰফৰ পৰা "অসম আৰু অম্বিকাগিৰী ৰায়চৌধুৰী" নামেৰে যিখনি গ্ৰন্থ প্ৰকাশ কৰাৰ দিহা কৰা হৈছে তাত সন্নিৱিষ্ট কৰিবলৈ 'অম্বিকাগিৰীৰ গীত' শিতানেৰে এটি প্ৰবন্ধ তত্তাতৈয়াকৈ লিখি দিবৰ বাবে ড° ৰামচৰণ ঠাকুৰীয়াৰ পৰা এটা ফৰ্মাছ্ পাই বুজিলোঁ। যে প্ৰবন্ধৰ পৰিসৰ নিতান্তই চমু আৰু সীমিত।

হ'লেও, 'অম্বিকাগিৰীৰ গীত'ৰ লগত জড়িত, নকলে নোহোৱা, ধৰণৰ দুই এটি কথা উল্লেখ নকৰাকৈ নোৱাৰিলোঁ।

কেনে পৰিৱেশ, কেনে পৰিস্থিতি আৰু কেনে ধৰণৰ ভাৱাবেগ আৰু চিন্তাৰে আপ্লুত বা পৰিপুষ্ট হৈ, ডেকাগিৰী অম্বিকাগিৰী ৰায়চৌধুৰীয়ে বিভিন্ন ঠাইত, বিভিন্ন তাগিদাত গীতবোৰ ৰচনা কৰিছিল— এই সম্পৰ্কে কোনো আভাস নিদিয়াকৈ, কেৱল গীতবোৰৰ ৰচনা-শৈলী আৰু ভাৱ-ভাষা-ছন্দৰ কথাতে সীমিত থাকিলে, অসম-কেশৰী অম্বিকাগিৰীৰ স্বদেশপ্ৰেমেৰে সিক্ত আৰু আপ্লুত দুৰ্জয় সাহসী ব্যক্তিত্বটোৰ—গীতবোৰত ফুটি উঠা বেজুলি-আগুনি-ফিৰিঙতি আৰু শিখাবোৰৰ বিষয়ে, সম্যক উপলব্ধি হোৱা টান। সেয়ে, গীতবোৰৰ তং-তংকালীন দুই এটি কথা উনুকিয়াবলৈ বাধ্য হলোঁ।

কোৱা বাহুল্য, ডেকাগিৰী ৰায়চৌধুৰী অম্বিকাগিৰীৰ ব্যক্তিত্বটো আছিল বহুমুখী প্ৰতিভাৰে সমুজ্জ্বল, আৰু, সু-সংযত হৈয়ো উত্তাল স্বদেশপ্ৰেমৰ লাভাৰে তপ্‌ৰগাই থকা, উদ্গীৰণৰ পূৰ্বাভাসেৰে এটাইকে সন্ত্ৰস্ত কৰি দিব পৰা এটা যেন জুইকুৰা আগ্নেয়গিৰি।

লেখিছে, ভোৱৰ্কলো; ৰায়চৌধুৰীৰ অতি অন্তৰঙ্গ আৰু হিতৈষী বন্ধু ডঃ বাণীকান্ত কাকতিদেৱে এনেকৈ কৈছে:

"ৰায়চৌধুৰী চিৰতৰুণ। তেওঁ হ'ল ডেকা অসমৰ প্ৰতিভূ। সকলো সংকীৰ্ণতা, শোষণ, নিষ্পেষণ আৰু দুৰ্নীতিৰ শত্ৰু হিচাপে নিজকে বিশ্লেষণ কৰিছে সমাজৰ সকলো পংকিলতা নিজতেই তেওঁ আৱিষ্কাৰ কৰিছে। তেওঁ ভাবিছিল, যদি প্ৰত্যেক মানুহেই নিজৰ সকলো নীচতা, হীনতা ধুই নিকা কৰিব পাৰে, তেতিয়া হ'লে পৃথিৱীত সংস্কাৰ কৰিবলৈ একোৱেই নাথাকিব।

"তেওঁৰ ব্যক্তিত্ব বহুমুখী। তেওঁ আছিল একেধাৰে গায়ক, গীতিকাৰ, কবি, নাট্যকাৰ, অভিনেতা, ৰাজনীতিবিদ, স্বদেশহিতৈষী মহানুভৱ ব্যক্তি, স্বেচ্ছাসেৱক আৰু স্বেচ্ছাসেৱক বাহিনীৰ বাহুবলী সংগঠক। তেওঁ কলম আৰু লাখুটি সমান স্বচ্ছন্দতাৰে খটুৱাব পাৰিছিল। মূলতঃ তেওঁ এজন উদ্‌ভ্ৰান্ত স্বদেশপ্ৰেমিক কবি, আৰু সেয়ে, তেওঁৰ সামাজিক বক্তব্যসমূহতো অগ্নিময়ী কাব্যিকতা মূৰ্ত হৈ উঠে।"

সি যিয়েই নহওক, এতিয়া তেওঁৰ গীতৰ কথালৈ আহোঁ।

১৯০৫ চনত লৰ্ড কাৰ্জন চৰকাৰে বঙ্গ প্ৰদেশ ভঙ্গ কৰি পূৰ্ববঙ্গ আৰু অসম বুলি এখন নতুন প্ৰদেশ গঠন কৰাত বঙ্গত 'বঙ্গ-ভঙ্গ' আন্দোলন আৰম্ভ হ'ল। কলিকতাৰ চৌৰাস্তাত লুকাই লুকাই কেইবাজনো ইংৰাজক কলিকতাৰ দেশীয় ডেকাসকলৰ সংগঠিত হোৱা সন্ত্ৰাসবাদী (এনাৰ্কিষ্ট) দলৰ ডেকাই বধ কৰিলে। সেই আন্দোলনৰ আহি গুৱাহাটীও চুলেহি। তেতিয়া সেই সময়ৰ বুলি বহুতো ডেকা অধিকাংশই আছিল গুৱাহাটীত। তেওঁ এনাৰ্কিষ্ট দলৰ এজন বিশিষ্ট সভ্য হৈ, পূৰ্ববঙ্গ-অসমৰ ইংৰাজ মুখ্য শাসনকৰ্তা বেম্‌ফিল্ড, ফুলাৰ চাহাব অসমৰ সদৰ ছিলঙলৈ যাওঁতে ছিলং-গুৱাহাটী পথত বোমা পুতি মোটৰ ধ্বংস কৰা তেওঁলৈ সতীৰ্থ কোনোবা এজন লোকহে মাথোঁ তেওঁৱেই বিপ্লববাদিতা কৰি পুলিচত অজনাতে,

ইংৰাজে ৰাজদ্ৰোহী হিচাবে সব্যস্ত কৰি ৰায়চৌধুৰীক গুৱাহাটীৰ পৰা হাতকেৰেয়া দি বৰপেটালৈ নি তাত অন্তৰীন বন্দী কৰি থোৱা হ'ল।

বৰপেটাত থকা কালছোৱাত এই 'বাঘৰ আগ্-তেল খোৱা' উদ্‌ভ্ৰান্ত ডেকা অম্বিকাগিৰীয়ে বৰপেটাত তাৰ ডেকা লৰাবোৰক একেলগে গোট খুৱাই নানান উদ্দীপনাময় কথা-বতৰা আৰু গীত-নাটক আদিৰে উদ্বুদ্ধ কৰি তুলিবলৈ চেষ্টা কৰিছিল। বৰপেটাৰ অগ্নিকবি প্ৰসন্নলাল চৌধুৰীয়ে এই বিষয়ে "অম্বিকাগিৰী শতবাৰ্ষিকী স্মৃতিগ্ৰন্থ"ত বহলাই লিখিছে।

কুৰি শতিকাৰ প্ৰথম দশকৰ শেষৰ পিনেও তেতিয়া অসমত বঙালী যাত্ৰা-গান-থিয়েটাৰ আদিৰ প্ৰাদুৰ্ভাৱ পূৰ্ণোদ্যমে চলি থকা দেখি, অসমপ্ৰাণ অম্বিকাগিৰীৰ ডেকা মনটো বিদ্ৰোহী হৈ উঠিল। তেওঁ "জয়দ্ৰথ", "কল্যাণময়ী" আৰু "ভক্ত-গৌৰৱ" নামৰ তিনিখন অসমীয়া যাত্ৰা-নাটক লিখি, অভিনয় কৰোৱাই বৰপেটাত অসমীয়া ন-নাট্য আন্দোলনৰ প্ৰবল সোঁত বোৱাই তাত ইমান দিনে টিকিল্-থিলাই থকা বঙালী নাটকৰ প্ৰাদুৰ্ভাৱৰ পৰাজি পেলালে।

কোৱা বাহুল্য, অসমীয়া ভাষা-সংস্কৃতিৰ প্ৰতি তেওঁৰ অকৃত্ৰিম অনুৰাগেই আছিল তেওঁৰ এই নাট-সৃষ্টিৰ প্ৰধান উৎস। এই নাট-বিলাকত সন্নিবিষ্ট তেওঁৰ যথেষ্ট সংখ্যক গীত আছে।

বৰপেটাত অন্তৰীন বন্দী হোৱাৰ বছৰো আগেয়ে ১৯০৫ চনতে গুৱাহাটীৰ কটন কলেজিয়েট হাইস্কুলৰ ছাত্ৰসকলৰ হতুৱাই "বন্দিনী ভাৰত" নামেৰে এখন দেশপ্ৰেমেৰে উদ্বুদ্ধ নাটক তেওঁ স্কুলতে অভিনয় কৰাইছিল সৰস্বতী পূজা উপলক্ষে। তেওঁৰ প্ৰথম ৰচিত এই নাটকখনত থকা এটা গীত স্কুলৰ অস্থায়ী মঞ্চত কৰাইতে ঐক্যকণ্ঠে গাই থাকোঁতেই পুলিচে সেই নাট্যানুষ্ঠান হঠাৎ বন্ধ কৰি হাতে লিখা অৱস্থাত থকা তেওঁৰ নাটকখনৰ পাণ্ডুলিপিটো নি নষ্ট কৰি পেলালে। সেই নাটকখন এতিয়া পাবলৈ নাই। ইংৰাজ

চৰ্কাৰৰ পুলিচে যিটো গীতত আপোঁৰাহ পাই অনুষ্ঠান বন্ধ কৰি দিছিল সেই গীতটো হৈছে এই :

যায় যাব প্ৰাণ, আন ধৰি আন
কান্ধত সুমাই ল'
বাধা জট ভাঙি বুকু দাঙি দাঙি
নিকিল-কিলিয়া হ'
ওই ভাই, নিকিল-কিলিয়া হ'।
যাৰ য'ত আছে দা-কুঠাৰ-বাঁঠী
হাতে হাতে তুলি ল'
নকৰিবি ভয়, নাই সংশয়,
বুকুত সাহস ল'
ওই ভাই, বুকুত সাহস ল'

ইয়াৰ পৰা দেখা যায় যে ১৯০৫ চনৰপৰাই ৰায়চৌধুৰীয়ে গীত লিখিবলৈ আৰম্ভ কৰে, যেতিয়া তেওঁৰ বয়স ঠিক কুৰি বছৰ হৈছিল।

অম্বিকাগিৰীৰ দেশাত্মবোধ আৰু অসমীয়া বৰগীত আৰু মহাপুৰুষদ্বয় ৰচিত—অন্যান্য গীত-মাতৰ প্ৰতি তেওঁৰ আগ্ৰহ আৰু তাত তেওঁৰ ব্যুৎপত্তি জন্মতে লাগি অহা। শ্ৰীমন্ত শঙ্কৰদেৱৰ আত্মীয় ৰামৰায়ৰ বংশৰ তেজ ৰায়চৌধুৰীৰ গাত বাককৈয়ে আছিল। তাৰ প্ৰমাণ তেওঁ সৰুৰেপৰা নিজে এজন ভাল বৰগীত গায়ক আছিল আৰু ভাৰতীয় শাস্ত্ৰীয় সংগীততো তেওঁৰ ব্যুৎপত্তি আছিল যথেষ্ট। তেওঁৰ ডেকা কালটোৰ মাজভাগমানত ডিব্ৰুগড়ৰপৰা প্ৰকাশিত "আসাম বান্ধৱ" নামক কাকতৰ সহকাৰী সম্পাদকৰ ভাৰলৈ তেওঁ ডিব্ৰু-গড়-যোৰহাট আদি ঠাইত ৪/৫ বছৰমান কাল থাকিবলগীয়া হৈছিল; আৰু সেই ঠাইত তেওঁ তাৰ বিভিন্ন সভা-সমিতি আদিত নিজে হাৰমনিয়াম বা অৰ্গেনত বহি বৰগীত গাই বিশেষ সুখ্যাতি অৰ্জন কৰিছিল। আনকি ডিব্ৰুগড়ত থাকোঁতে তেওঁ তাত অভিনীত কুশলীয়া

নাটকত গান গাই নচা অৰ্থাৎ 'ছোকোৰা'ৰ ভাও লৈছিল বুলি কৰিছিল। সেই সময়ত ডিব্ৰুগড়ৰপৰা ওলোৱা ইংৰাজী সাপ্তাহিক "টাইমছ্-অৱ্ ইণ্ডিয়া" (The Times of India)ত ডেন্‌চিং গাৰ্ল (Dancing girl) আখ্যা দি, তেওঁক ইতিকিং কৰিবলৈকো কোনোৱা এজনে বিচাৰিছিল।

১৯১৫ চনত, ৰায়চৌধুৰীৰ বয়স যেতিয়া ত্ৰিশ বছৰ, তেওঁ ডিব্ৰুগড় হাইস্কুলত অস্থায়ীভাৱে অসমীয়া শিক্ষকৰ কামত সোমাইছিল ; তাত সেই বছৰৰে হাইস্কুলৰ বঁটা বিতৰণী সভাত ৰচা 'বলা ভাই আগুৱাই' গীতটি, সুৰ দি, কেইজনমান ছাত্ৰৰ হতুৱাই গোৱাই বিশেষ প্ৰশংসা লাভ কৰিছিল। এই গীতটো আমিও ছিলগুত স্কুলত পঢ়োঁতেই শিকিছিলোঁ আৰু গাইছিলোঁ। ১৯২৭–২৮ চন মানত। তেতিয়া এই গীতটি গোটেই অসমতে জনপ্ৰিয় গীত আছিল। গীতটো এই :

"ব'লা ভাই আগুৱাই
অতি উচ্চ, অতি উন্নত, অতিসুন্দৰ ঠাই।
সকলো তৃপ্তি মুগ্ধ কৰিছে সেই যে ধুনীয়া দেশ
প্ৰীতি প্ৰেমলোক ধৌত-ধৱল উজ্জ্বল অনিমেষ
বিহীন নীচতা, দীনতা ভীৰুতা, হীনতা, হিংসা-দ্বেষ,
সেয়েহে আমাৰ মহা সাধনাৰ মহাভিযানৰ শেষ" ; ইত্যাদি।

তেওঁৰ ১৯৫৮ চনত প্ৰকাশিত "বন্দো কি ছন্দেৰে" নামৰ গীতৰ পুথিত ২৬ টি গীত সন্নিবিষ্ট কৰা হৈছে।

এই গীতৰ পুথিখনৰ নামকৰণ কৰা হৈছে প্ৰথমতে দিয়া গীতটোৰ নামেৰে "বন্দো কি ছন্দেৰে" বুলি। এইটো সমবেত গীত হিচাপে ১৯২৬ চনত পাণ্ডুত বহা ভাৰতীয় জাতীয় কংগ্ৰেছৰ ৪১তম অধিবেশনৰ প্ৰথম দিনাৰ উদ্বোধনী সন্মিলনত গোৱা হৈছিল। গীতটোৰ ইংৰাজী অনুবাদ কৰি হৃণাই হাজাৰ হাজাৰ দৰ্শকমণ্ডলীৰ মাজত বিলাই দিছিল. তেওঁৰ অন্তৰ বন্ধু কটকীৰ তেতিয়াৰ তেকা অজ্ঞাতৰ

বাণীকান্ত কাকতিদেৱে। দৰ্শকবৃন্দৰ বিপুল হৰ্ষধ্বনিয়ে গীতটো যেতিয়া যে এটা উৎকৃষ্ট গীত বুলিয়েই ৰায়চৌধুৰী অভিনন্দিত হৈছিল এনে নহয়। মহাত্মাগান্ধী, মতিলাল নেহৰু, চৰোজিনী নাইডু আদি ভাৰতৰ বিভিন্ন প্ৰদেশৰ পৰা অহা হাজাৰ হাজাৰ শ্ৰোতা-দৰ্শক-মণ্ডলীয়ে এই গীতটো কংগ্ৰেছৰ দ্বিতীয় দিনাও পৰিবেশন কৰিবলৈ অনুৰোধ কৰাত, ইয়াক দ্বিতীয় দিনাও গোৱা হৈছিল। অকল সেয়ে নহয়, তাৰ পিছৰ বছৰ মাদ্ৰাজত বহা ভাৰতীয় কংগ্ৰেছৰ ৪২ তম অধিৱেশনতো 'বন্দো কি ছন্দেৰে সমাগত বিৰাট নৰ-নাৰায়ণ ৰূপে' গীতটো উদ্বোধনী গীত হিচাপে গোৱা হৈছিল।

ইয়াৰপৰাই বুজিব পাৰি ৰায়চৌধুৰীৰ এই গীতটো কেনে অদ্ভুত কালিকা লগা; কিন্তু এই কালিকা আছিল সময়—বিষয়ৰ এটা বিশেষ তাৎপৰ্য আছে। ঐতিহাসিক মূল্য আছে। স্থান-কাল-পাত্ৰৰ বিশিষ্ট প্ৰভাৱ আছে। ইয়াৰ কালিকাৰ কালিকা হৈ ৰৈ যাব চিৰদিনলৈ যদিহে ইয়াৰ ৰূপ অকণো পৰিবৰ্তন নকৰাকৈ ৰখা হয়। সময় পৈ থকাৰ লগে লগে গানটোৰ শব্দবোৰ 'সময়ৰ লগত খাপ খাওক' বুলি সলাই পৈ থাকিলে সেই কালিকা নষ্ট হৈ যাবই। সোহাবাৰ সোৰত পৰিলেও কওঁ—প্ৰত্যেক সাহিত্য কৃতিৰে সেই সেই সময়ৰ ঐতিহাসিক মূল্য আছে— যি মূল্য অটুট থাকিব তাৰ ৰূপো হুবহুকৈ ৰখাৰ ওপৰতহে। কিন্তু এই প্ৰসংগ এই কৰলৈ বাধ্য হৈছোঁ যে—১৯২৬ চনত ৰচিত, সৰ্বজন সমাদৃত এই গীতটোৰ ঠায়ে, ঠায়ে, পৰিবৰ্তন কৰিছে ১৯৬৮ চনত প্ৰকাশিত "বন্দো কি ছন্দেৰে" গীতৰ পুথিত ৰায়চৌধুৰীৰ জীৱনকালতে ইয়াক প্ৰকাশ কৰা হৈছে। উদাহৰণ স্বৰূপে—গীতটোৰ দশম শাৰী—মূলতে আছিল—

"বিংশতিকোত নাই মঞ্চ ৰাজনৰ, নাই ৰখা নৰপতিদৰ্প।"

প্ৰকাশ কৰা হৈছে—

"গণ মুক্তিত নাই যজ্ঞ ৰাজসূয়, নাই ৰজা নৰপতিবৰ্গ।" দ্বাদশ আৰু ত্ৰয়োদশ শাৰী মূলতে আছিল—
"সেই নাৰায়ণ আজি জাগে নৰৰূপে মোহাৰি বিঘিনি উপসৰ্গ, আজি প্ৰজাসূয়ৰে হব যজ্ঞ উদ্‌যাপন আলোড়ি নিখিল ভূব।" প্ৰকাশ হৈছে—

"সেই নাৰায়ণ আজি জাগে নৰৰূপে মোহাৰি বাধা উপসৰ্গ, আজি জন-স্বয়ৰে হ'ব যজ্ঞ উদ্দীপন আলোড়ি নিখিল ভূৱ।"

তাৰপিছত, গীতটিৰ সৰ্ব্বশেষৰ শাৰীটিৰ আগৰ শাৰী আছিল—
'গ্ৰহ-উপগ্ৰহ ধ্বনিত হওক আজি ভূলোক-দ্যুলোক নন্দি।" প্ৰকাশ হৈছে—
"গ্ৰহ-উপগ্ৰহ ধ্বনিত হওক আজি ভূলোক-খলোক নন্দি।"
তদুপৰি "বন্দো কি ছন্দেৰে" পুথিত প্ৰকাশিত এই প্ৰথম গীতটিৰ পাদটোকাত কোৱা মতে' "অধীন অৱস্থাত ৰচনা কৰা এই গীতটো আজিৰ স্বাধীন অৱস্থাৰ উপযোগী কৰি ঠায়ে ঠায়ে, শব্দ কিছুমান লৰচৰ কৰি কংগ্ৰেছ মহাসভাৰ এই ৬৩ তম্ জানুৱাৰী অধিৱেশনৰ বাবেও সিপিঠিত দিয়ামতে দিয়া হৈছে (২য় পৃষ্ঠা) "বন্দো কি ছন্দেৰে")।

কোৱা বাহুল্য, গীতটোৰ এই অস্ত্ৰোপচাৰজনিত পৰিৱৰ্ত্তনত ৰূপটোৰ মূল ৰচনাৰ মাধুৰ্য্যই যে কেৱল হ্ৰাস হৈছে এনে নহয়, গীতটোৰ কালিকাও প্ৰায় সম্পূৰ্ণৰূপে নহলেও শতকৰা পচাশ ভাগ যে হানি হৈছে, তাত কোনো সন্দেহ নাই। কাৰণ;

কালিকা কালিকা হৈ ৰয় চিৰকাল যদি
কালিকাত নপৰে আঁচোৰ
কালিকা লুপ্ত হয় এৰি দিয়া হ'লে তাক
ৰাখৰৈ সময়ৰ নিঠুৰ চোঁচোৰ !

লেখে, কোনো শক্তিশালী লেখকৰ শক্তি ম্লান '[illegible]' [illegible]

লেখকৰ মূল ৰচনাৰ আনে সাল-সলনি নকৰাকৈ প্ৰকাশ কৰাই বাঞ্ছনীয়। বিশেষকৈ গীত, কবিতা আদিৰ লেখকে নিজেও সাল-সলনি কৰাত সাৱধান হোৱাটো নিতান্ত দৰকাৰ।

অম্বিকাগিৰী ৰায়চৌধুৰীৰ দ্বিতীয় জনপ্ৰিয় আৰু শক্তি-সৌন্দৰ্যেৰে সমৃদ্ধ গীতটি হৈছে:

"বলা ভাই আগুৱাই
অতি উচ্চ, অতি উন্নত, অতি সুন্দৰ ঠাই।
সকলো ভূমি মুগ্ধ কৰিছে সৌ যে ধুনীয়া দেশ,
প্ৰীতি-প্ৰেমলোক ধৌত-ধৱল উজ্জ্বল অনিমেষ
বিহীন নীচতা, দীনতা, ভীৰুতা, হীনতা, হিংসা-দ্বেষ,
সেয়েহে আমাৰ মহাসাধনাৰ মহাভিযানৰ শেষ।"
............ইত্যাদি..................ইত্যাদি।

এই গীতটো ডিব্ৰুগড়ত ১৯১৫ চনত ৰায়চৌধুৰীয়ে ডিব্ৰুগড় চৰকাৰী হাইস্কুলত সাময়িকভাৱে শিক্ষকতা কৰি থাকোঁতে হাইস্কুলৰ বছৰেকীয়া ব'টা বিতৰণী উৎসৱত গোৱাবলৈ ৰচনা কৰা। ইয়াৰ পিছত ১৯১৭ চনত ৰায়চৌধুৰী বৰপেটালৈ আহে। সেই বছৰতে ৩1৪ বহা 'অসম এছোচিয়েচন'ৰ বাৰ্ষিক অধিবেশনত দুটা গীত যেওঁ ৰচনা কৰি সুৰ দি নিজেই গাই দৰ্শকক মনমুগ্ধ কৰি ৰাখে। সেই সময়ত ৩২ বছৰীয়া ৰায়চৌধুৰীৰ কণ্ঠ কেৱল উদাত্তই নাছিল; সেই কণ্ঠত লাগি আছিল স্বদেশপ্ৰেম, বিশ্বপ্ৰেম আৰু অনাবিল মানৱ প্ৰেমৰ আবেগপূৰ্ণ যাদু। গীত দুটাৰ এটা হৈছে:

"ভাই, দিনবে সমুলি নাই।
............জীয়া-মৰা লৈ ইমান কিয় বিচিত্ৰ খেমালি ভাই?
মহা-মানৱৰ মূৰ্ত্ত দেৱতা সজাগি উঠিছে বীৰ
মৃত্যুৰ সুধাভাও হাতত মাতিছে মাতিছে বীৰ।
নাই একো ভয়, নাই একো ভয়, নাই একো ভয় নাই।

মৰ্দ্দি সকলো বাধ-বিধি ব'লা বীৰদাপে আগুৱাই।......"
ইত্যাদি।

আনটো গীত হৈছে :

"এইটো নহয় হাঁহি-ধেমালিৰ ভাগৰ জুৰোৱা গান
"ই যে জীৱন-মৰণ একাকাৰ কৰা অগ্নি-বীণাৰ তান।"
..................ইত্যাদি.................. ....................ইত্যাদি।
"ই যে শত আঘাতৰ ৰক্ত ধুওৱা শ্ৰাৱণৰ মহাবান,
ই যে মাতৃ-আদেশ সন্তান-প্ৰাণ দিবলৈকে বলিদান।"

ইয়াৰ এবছৰ আগতে ইং ১৯১৬ চনত গুৱাহাটীত বহা 'অসম এছোচিয়েচনৰ' বাৰ্ষিক অধিবেশনত ৰায়চৌধুৰী-ৰচিত আৰু সুৰ-সংযোজিত আৰু পৰিচালিত সমবেত গীত গোৱা হৈছিল— য'ত কণ্ঠ দান কৰিছিল ৰায়চৌধুৰীয়ে নিজেও। গায়কসঙ্গীসকলৰ ভিতৰত আছিল গুৱাহাটীত সেই সময়ত থকা ডেকা পদ্মধৰ চলিহা, লক্ষেশ্বৰ বৰুৱা, কালিপ্ৰসাদ বৰুৱা আৰু অন্যান্য। যথাক্ৰমে, গুৱাহাটী আৰু বৰপেটাত ১৯১৬ আৰু ১৯১৭ চনৰ 'অসম এছোচিয়েচন'ত গোৱা গীত তিনিটা ১৯২০ চনত মহাত্মা গান্ধী অসহযোগ আন্দোলনৰ কামত গুৱাহাটীলৈ অাহোঁতেও তেওঁৰ আগত গোৱা হৈছিল। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়ে এই গীতকেইটিৰ ৰচক, গায়ক, পৰিচালক হিচাপে ৰায়চৌধুৰীক গান্ধীজীৰ লগত পৰিচয় কৰি দি কৈছিল : "পাঁচ-ছয় বছৰ আগৰেপৰা এইবোৰ গীতেৰে অসমত স্বাধীনতা সংগ্ৰামৰ অহিংস নীতিৰ তত্ত্ব প্ৰচাৰ কৰা হৈছিল।"

ৰায়চৌধুৰীয়ে ১৯২১ চনৰ গান্ধীজী - পৰিচালিত অসহযোগ আন্দোলনত কংগ্ৰেছ স্বেচ্ছাসেৱক হিচাপে জপিয়াই পৰি কাৰাবৰণ কৰিবলগীয়া হয়। তেওঁক সাধাৰণ কয়দীৰ দৰে গ্ৰেপ্তাৰ কৰি তেজপুৰ জেললৈ পঠোৱা হয়। তাত শিলভঙা, তেলৰ ঘানী ঘূৰোৱাৰ

কামত তেওঁক লগোৱা হয়।

লগৰ অন্যান্য ডেকা ৰাজনৈতিক বন্দীসকলৰ লগত এনেবোৰ কঠোৰ কাম কৰোঁতেও ৰায়চৌধুৰীৰ ভিতৰৰ অদম্য কবিসত্তাটো তথা গায়ক-সঙ্গীতসত্তাটো মৰি যোৱাতো নাছিলেই, বৰঞ্চ সি শিলত তেওঁ মৰা হাতুৰিৰ কোবে কোবে উক্‌মুকাই ওলাইহে আহিছিল। জেলত শিল ভাঙোতে ৰচনা কৰা ১৯২১ চনৰ এটা গীত হৈছে :

তই ভাঙিব লাগিব শিল
নোৱাৰো বুলিলে নহব যে ভাই
ঢিলতে পৰিব ঢিল্।
ক্ষত বিক্ষত অঙ্গ আৰবি,
মুখেদি ৰক্ত পৰিব বাগৰি,
কলিজা কপিও পৰিব ভাগৰি,
তেহে খুলি যাব খিল্।" ....ইত্যাদি।
('বন্দো কি ছন্দেৰে', পৃষ্ঠা ২৬)

এনেকৈ জেল বা কাৰাগাৰৰ ভিতৰত ৰায়চৌধুৰীদেৱে বহুতো তেজ গৰম হৈ যোৱা গীত ৰচনা কৰিছে। তাৰে কিছুমান গীত ড° বাণীকান্ত কাকতিদেৱে ইংৰাজীলৈ অনুবাদ কৰি "কাৰাগাৰৰ গীত" "Songs of the Cell" নাম দি প্ৰকাশ কৰি ভাৰতৰ অন্যান্য ঠাই আৰু ভাৰতৰ বাহিৰলৈকে। পঠাই ৰায়চৌধুৰীলৈ ভূয়সী প্ৰশংসা কঢ়িয়াই আনিবলৈ সক্ষম হৈছিল।

দেশাত্মবোধক গীতিকাৰ, সুৰকাৰ, গায়ক, সঙ্গীতজ্ঞ আৰু সংগীত-পৰিচালক হিচাপে ৰায়চৌধুৰী যে তেওঁৰ ডেকাকাল ডোখৰত, গুৱাহাটী তথা অসমত একক প্ৰতিভাসম্পন্ন ব্যক্তিৰূপে সমাদৃত হৈছিল, তাত কোনো সন্দেহ নাই। কিন্তু "ৰজাক কৰাই নোযোজা" ৰায়চৌধুৰীৰ স্বাধীনচিন্তীয়া আকোঁৰগোজ স্বভাৱটোৰ কাৰণে তেওঁৰ জীৱনটো আৰ্থিক দৈন্যৰ বাবে জুকলা

আৰু দুৰ্ব্বহ বোজা স্বৰূপ হৈ পৰিছিল। তথাপি কিন্তু তেওঁ ভাগি পৰা নাছিল। সেয়ে, শেহত ঈশ্বৰে তেওঁক সহায় কৰিলে।

শেষ বয়সত, মৃত্যুৰ পূৰ্বে ৰায়চৌধুৰীয়ে তেওঁৰ প্ৰাপ্য সম্মান মৰ্যদা অসমীয়া ৰাইজৰপৰা আদায় কৰিবলৈ সম্পূৰ্ণৰূপে সমৰ্থ হৈছে ১৯৬৭ চনত ৮২ বছৰ বয়সত মৃত্যু বৰণ কৰিলে।

ৰায়চৌধুৰীৰ সৰ্বশ্ৰেষ্ঠ গীত 'বন্দো কি ছন্দেৰে' বড়গীতৰ ছন্দত লিখা। সেই বড়গীতটো হৈছে :

"শুন শুন ৰে সুৰ বৈৰী প্ৰমাণা
নিশাচৰ নাশ নিদান'......।"

"অম্বিকাগিৰীৰ গীত" বুলিলে তেওঁৰ "বন্দো কি ছন্দেৰে" পুথিত সন্নিবিষ্ট ১৬ টি গীতৰ বাহিৰেও তেওঁৰ তিনিখন নাটকত থকা গীতবোৰো ধৰিব লাগিব। এনেকৈ তেওঁৰ গীত, তেওঁৰ কবিতা পুথিৰ মাজৰপৰাও বাচি উলিয়াই আনিলে মুঠতে তিনিকুৰি-মান হ'বগৈ।

তেওঁৰ গীতৰ গঠন আৰু বহুতো সৰু সৰু কবিতা বুলি ৰচনা কৰা তেওঁৰ কাব্যিক সৃষ্টিক গীত বুলি ধৰিব পৰা যায়। বহুতো ক্ষেত্ৰত ভালকৈ নিৰীক্ষণ কৰিলে দেখা যায়, তেওঁৰ বহুতো কবিতা দৰাচলতে গীতহে।

মুঠতে অম্বিকাগিৰীৰ সৰহভাগ কবিতাই গীতিধৰ্মী। সংগীতৰ তাল-মান-সুৰ-লয়ৰ লগত তেওঁৰ চিন্তা-তৰঙ্গৰ সমন্বয়ৰ বাবেই হয়তো তেওঁৰ কবিতাবোৰে গীতিধৰ্মিতা প্ৰাপ্ত হৈছে। এই মৰ্মে তেওঁৰ গীত আৰু কবিতাৰ তুলনামূলক গীতি-ছন্দোধ্যয়নৰ যথেষ্ট থল আছে।

তেওঁৰ মৃত্যুৰ ১২ বছৰমান আগেয়ে, ১৯৫৪-৫৫ চনত ৰচা তেওঁৰ শেষ বয়সৰ গীত এটি "বন্দো কি ছন্দেৰে" পুথিৰ ২৯ পৃষ্ঠাত দিছে। গীতটি হৈছে :

"আজি যায় যায়, সকলোখিনি দেখো যায়, যায়......"।

.... ....ইত্যাদি............ইত্যাদি

"জাতীয় চৰিত্ৰতো ত্যাগ, আন্তৰিকতা,
নোহোৱা হ'ল দেখো হায়! হায়!
কিহেৰে বাখিবি জাতিক জীয়াই।
সকলোখিনি দেখো যায় যায়।"

এনেকৈ অম্বিকাগিৰীৰ প্ৰায় সকলো গীততে অগ্নিৰ ফিৰিঙতিবোৰ যেন উফৰি ফুৰে - এনে লাগে। গীতিকাৰ অম্বিকাগিৰী আছিল দেশাত্মবোধৰ একুৰা জুই।

# ৰায়চৌধুৰীৰ কবিতাত জাতীয় চিন্তাধাৰা

কেশৱ গগৈ

অম্বিকাগিৰী ৰায়চৌধুৰীৰ তীখাৰে গঢ়া কঠিন মনটোৰ মাজত কাব্যবীণাৰ মৃদু সুৰ ঝংকাৰি উঠিছিল সঘনে। প্ৰেমৰ মাজেৰে বিশ্বজনীন সত্তাৰ যি উপলব্ধি অম্বিকাগিৰীৰ কবিতাত আছে, সেই-দৰে সমাজত হীনতা-নীচতা বিনাশি শৃঙ্খলমুক্ত নিষ্পেষণ-হীন সমাজ গঢ়াৰ প্ৰতিশ্ৰুতিও তেওঁৰ কবিতাত আছে। অম্বিকাগিৰীৰ কবিতাৰ অধ্যয়নে তেওঁৰ কাব্য-ৰচনাৰ দুটা ভিন্ন স্ফূৰ্তি নিৰ্দ্দেশ কৰে। তাৰে এটা অতীন্দ্ৰিয়বাদ আৰু আনটো জাতীয় চৈতন্যবোধেৰে সিক্ত দেশপ্ৰেম। এই দৃষ্টি-ভঙ্গীৰে যদি অম্বিকাগিৰীৰ কবিতাসমূহক দুটা শ্ৰেণীত বিভক্ত কৰা হয়, তেনেহলে প্ৰথম শ্ৰেণীটোৱে 'বীণা', 'তুমি' আৰু 'অনুভূতি'ৰ প্ৰথম কবিতা কেইটা সন্নিবিষ্ট কৰিব। দ্বিতীয় শ্ৰেণীটোত 'অনুভূতি'ৰ শেষৰ কবিতা কেইটা, 'বেদনাৰ উল্কা', 'স্থাপন কৰ, স্থাপন কৰ,' আৰু 'দেশেই ভগৱান' কাব্য গ্ৰন্থৰ কবিতা-সমূহক সন্নিবিষ্ট কৰিব পৰা যায়।

'বীণা' কবিৰ কলিতে মৰহি যোৱা প্ৰেম-বিৰহৰ গাঁথা। কেৱল বিৰহ-বেদনা বুলি ক'লে ভুল হ'ব; কিয়নো, অনন্ত সত্তাৰ সৈতে মিলি যোৱাৰ বাসনা 'বীণা'ৰ কবিতাসমূহৰ অন্তৰ্নিহিত মূল বক্তব্য। কিশোৰী প্ৰেমিকাক হেৰুৱাই কবিৰ ব্যথাভৰা অন্তৰত উমি-উমি বিৰহৰ যি অনল জ্বলিছে সেই বিৰহ-বেদনা, আক্ষেপহীন পবিত্ৰ প্ৰেম আৰু বিশ্বজনীন সত্তাৰ উপলব্ধিয়েই এই কবিতাসমূহৰ মূল উপজীব্য। 'বীণা'ৰ কেইটিমান কবিতাত কবি অম্বিকাগিৰীয়ে তেওঁৰ প্ৰেয়সীক কৰিছেই যে প্ৰেমৰ উপযুক্ত পাত্ৰ সেই প্ৰতীতি জগোৱাৰ

প্ৰয়াস কৰিছে। বগা বগা আকাশৰ হঁাহি ভৰা ফঁাকেদি বৃহ্ বস্তাহৰ পৰশত নামি অহা প্ৰেয়সীক কবিয়ে মনুষ্যত্বৰ উৰ্দ্ধত দেৱত্ব আৰোপ কৰি তেওঁৰ পবিত্ৰ স্বৰ্গীয় প্ৰেমৰ স্থায়ীত্ব ঘোষণা কৰিছে। প্ৰেয়সীক হেৰুৱায়ো পৰিস্থিতিক সহজে স্বীকাৰ কৰি লোৱাৰ মনোবৃত্তি এটা কবিতাৰ মাজেদি প্ৰকাশ পাইছে :

মই কিন্তু দিন-ৰাতি
বিৰহত কান্দি-কাতি
পৰি ৰ'ম হঁাতি
চাই ৰ'বা তুমি আছি।

কবিৰ আত্মবিশ্বাস আছে যে তেওঁৰ গানৰ সুৰত প্ৰেয়সী আকৃষ্ট হ'ব। মাজে-মাজে তেওঁ প্ৰেমিকাক প্ৰত্যাহ্বান জনাইছে :

ইবাৰ জেখিম
অনন্ত আসন তোৰ কিমান প্ৰবল
আছে এনে ফান্দ মোৰ
তাক যদি পাতি থওঁ মই
কলিজা কুমটি গাথি ডোলৰ মূৰত
বিশ্বময় ফুল তোৰ, ফুৰেঁাতে ফুৰেঁাতে তুহি
বান্ধ খাই পৰি ৰ'ব ফান্দৰ মাজত।

'বীণা' কাব্য বিৰহ আৰু অসন্তুষ্টিৰ কাব্য। এই অসন্তুষ্টি আধ্যাত্মিক অসন্তুষ্টি আৰু এই আকাংক্ষা 'the desire of the moth for the star,' নপতৃষ্ণা চিৰন্তনৰ।

'অনভূতি' নামৰ কাব্যগ্ৰন্থখনিত অম্বিকাগিৰী ৰায়চৌধুৰীৰ বিভিন্ন অনুভূতিৰ সমন্বয় ঘটিছে। এই গ্ৰন্থখনিৰ কেইবোৰ কবিতাত অতীন্দ্ৰিয়বাদী আধ্যাত্মিক প্ৰেম, আন কেতবোৰত সমাজ-সংস্কাৰৰ উদ্দীপ্ত আহ্বান আৰু আত্মজিজ্ঞাসা বাও মৰ প্ৰকাশ ঘটিছে। 'সুৰী জোত্য' কবিতাটোত তেওঁ সাগৰৰ সিপাৰে থকা প্ৰেয়সীৰ সৈতে মিলন কামনা

কৰিছে। 'পূর্ণানন্দ' নামৰ কবিতাটোত তেওঁৰ সৰু জুপুৰীটোতেই 'মহাজীৱন'ৰ অস্তিত্ব উপলব্ধি কৰিছে। এই গ্ৰন্থখনিৰ এলানি কবিতাত কবিয়ে বাণীৰ চুম্বন পাবলৈ ব্যাকুল হৈ পৰিছে। কিন্তু তেওঁৰ ব্যাকুলতা গভীৰৰপৰা গভীৰতৰ হোৱা স্বত্বেও বাণীৰ বিমুখতাত কবি বাৰেকৈয়ে ব্যথাহত হৈছে। 'বিহু', 'ভাদ্ৰবৰণ' প্ৰভৃতি কবিতাত একোটা বিশেষ পৰিস্থিতিৰ বৰ্ণনাত সৃষ্টিকৰ্তাৰ উপস্থিতি উপলব্ধি কৰা যায়। কবিয়ে বিশ্ব-নিয়ন্তাৰ স্বৰূপ উপলব্ধি কৰাৰ প্ৰয়াস কৰিছে এইদৰে :

যি কালেদি ফুল ফুলে মোৰ
সেই কালেদি চলে তোমাৰ গোন্ধ
যিখিনিতে মোৰ গীত পৰে ওৰ
তাতেই তোমাৰ জীৱন হয় বন্ধ।

আনহাতে 'গঢ়া কৰি মোক ঝাড়ুদাৰ' এটা ভিন্নসুৰী কবিতা। ইয়াত কবিয়ে পৃথিৱীৰ হীনতা-নীচতাবোৰ আঁতৰাই নিজকে সমাজ-সংস্কাৰক স্বৰূপে কল্পনা কৰি কলুষিত পৃথিৱীখনক সুন্দৰ কৰি তোলাৰ এক বিনম্ৰ প্ৰয়াস কৰিছে।

'অনুভূতি'ৰ শেষৰ কবিতাসমূহ ক্ষোভ, হতাশ, নিৰাশা, আশা প্ৰভৃতি বিভিন্ন ভাবানুভূতিৰে পৰিপূৰ্ণ। এই কবিতাসমূহত সমসাময়িক সমাজৰ সংঘাত, দোষ, ত্ৰুটি আৰু সমস্যাসমূহৰ প্ৰতিফলন ঘটিছে। এই কবিতাসমূহত এহাতে যেনেকৈ গৌৰৱোজ্জ্বল অতীত ৰোমন্থনে প্ৰচণ্ড আশাবাদৰ প্ৰবল জোৱাৰ আনিছে, তেনেকৈ ৰচনা-কালৰ জাতীয় চিত্ৰৰ নগ্নতাই নৈৰাশ্যবাদৰ কুহেলিকাৰে কবিতা-সমূহক আবৰি ৰাখিছে।

বস্তুতঃ ভূমি কবিতাৰ মূল উপজীব্যই হ'ল কবি অম্বিকাগিৰীৰ কাহিনি কাহিনি পুৰাতে, জীৱনৰ এঘাৰটা বসন্ত গৰকি আহি প্ৰেম-পিঞ্জৰাত আবদ্ধ হোৱা ব্ৰজবাসী কিশোৰীৰ হৈতে হোৱা

ভ্ৰান্ত প্ৰেমানুভূতি— যিগৰাকী বঙ্গবালাৰ “স্নিগ্ধোজ্জ্বল কেঁচুভিত্যে পূৰ্ণিমাৰ উপচি পৰা সেই মুখ-চন্দ্ৰিমাৰ টিপ হাঁহিটোৰ বিজুলী চমকনিত” উথলি উঠিল কবিৰ আজন্ম কবিসত্তা, যিগৰাকী কবিৰ এপাৰ নোহোৱা বাওঁ হাতৰ কনিষ্ঠ আঙুলিটিৰ সৈতে বিজড়িত নিষ্কলুষ প্ৰেমত অমোঘ স্মৃতিৰ অৱলম্বনতেই প্ৰাণ পাই উঠিল প্ৰেমাসক্ত ভাব সাগৰত বিধৌত নিভাঁজ সুকোমল অনুভূতি আৰু সিয়েই শেষত কবিৰ ভাবাত ‘সমজাতীয়’ সহানুভূতি আৰু অনুভূতিৰ ভিতৰেদি প্ৰকৃতিৰ উদাৰ সৌন্দৰ্য অতিক্ৰম কৰি বিৰহ-অভিমান আদি নানা অৱস্থাৰ মাজেদি’ সকলোবিলাক আসক্তিৰ হাত এৰাই অনন্তৰ লগত সান-মিহলি হৈ পৰিল।

আনহাতে কবিৰ এই অনন্ত প্ৰেমৰ প্ৰেৰণাদাত্ৰী বঙ্গবালাক কবিয়ে মাথো সাধাৰণ কিশোৰী বা নাৰী ৰূপতেই কবি-হৃদয়ত স্থান দিদি মহাকবি ডাণ্টেৰ আজীৱন প্ৰেমৰ উৎস হৈ অন্তঃসলিলাৰূপে বৈ থকা বিয়েট্ৰীচৰ দৰেই ‘God bearing Image’ ৰূপে সুন্দৰৰ সৌন্দৰ্য-সাধনাৰে জীৱন-দেৱতা স্বৰূপে মহিমাময়ী ৰূপত অভিব্যক্ত কৰি কবিতা-মন্ত্ৰেৰেহে হৃদয়ৰ প্ৰীতিডালা অঞ্জলি যাচি কবা প্ৰেম-সাধনাক্ৰমে সৰল প্ৰেমৰপৰা উৰ্দ্ধতম গতিত বিকাশ লাভ কৰি বিশ্বজগতৰ সীমাহীন সৌন্দৰ্যৰ সৈতে মিহলি হৈ বিশ্বৰূপ দৰ্শনাৰ্থে সাতোটি ধাৰাত বাঙ্ময় হৈ উঠি জীৱনৰ সৰ্বস্ব যেন সেই প্ৰেমটিকেই শেষত আধ্যাত্মিকতাৰ শ্ৰেষ্ঠতম নিদৰ্শন বুলি পৰিগণিত কৰিলে আৰু সেয়েহে ‘তুমি’ কাব্যক কবিৰ বিশ্বৰূপ দৰ্শন বুলি অভিহিত কৰি ড° বাণীকান্ত কাকতিয়ে “সাতোটা বশ্মিৰ সমষ্টিত সূৰ্যৰ সকলো পোহৰ প্ৰকাশ” হোৱাৰ দৰে ‘তুমি’ কাব্যৰ “সাতোটা ছেদত কবিৰ কল্পিত বিশ্বনাথৰ বিশ্বসৌন্দৰ্য্যৰ সাতোটা কলা প্ৰকাশিত হৈছে” বুলি স্বীকাৰ কৰিছে।

সমসাময়িক সমাজৰ সংঘাট তথা সমস্যাবোধক প্ৰতিফলিত কৰ

'বেদনাৰ উল্কা'ৰ কবিতাসমূহ গুণগতভাৱে কিছু নিম্ন মানদণ্ডৰ হ'লেও জাতীয় সচেতনতাৰ এক তীব্ৰ আহ্বান প্ৰতিটো কবিতাতে নিহিত আছে। কবিতাৰ লক্ষণসমূহ বিশ্লেষণ কৰিলে অম্বিকাগিৰীৰ 'তুমি' আৰু 'বীণা' কাব্যক নিঃসন্দেহে ওখ আসন দিব পাৰি। কিন্তু 'বেদনাৰ উল্কা'ত বহু কাব্যিক গুণ শিথিল হোৱা পৰিলক্ষিত হৈছে।

'বেদনাৰ উল্কা'ৰ কিছু কবিতা উপদেশমূলক। মনুষ্যত্বৰ পূৰ্ণ বিকাশ সাধন কৰি মানুহক প্ৰকৃত মানুহ হৈ কামৰ মাজেৰে মানৱ জীৱন অৰ্থবহ কৰি তুলিবলৈ কবিয়ে আহ্বান জনাইছে। আনহাতে কিছু সংখ্যক কবিতাত অসমীয়া জাতিৰ সংকট কালৰ একোখনি নগ্নচিত্ৰ পোৱা যায়। সাম্প্ৰতিক কালৰ সংকীৰ্ণ জাতীয়তাবাদী চিন্তা—যাক আমি বিচ্ছিন্নতাবাদ আখ্যা দিব পাৰোঁ—জাতীয়তা-বাদৰ সেই সূত্ৰক মৰিমূৰ কৰি অম্বিকাগিৰীয়ে নিভাঁজ জাতীয়তাবাদী চিন্তাধাৰাৰ বীজ সিঁচিছিল। অম্বিকাগিৰীৰ জাতীয়তাবোধ আছিল ভাৰতীয় মহাজাতীয়তা তথা বিশ্বজনীনতাক উপলব্ধি কৰিবলৈহে। আজি জাতীয়তাবাদৰ নাম ললেই মনলৈ আহে প্ৰাদেশিকতাবাদ আৰু প্ৰাদেশিকতাবাদ বুলিলেই বিচ্ছিন্নতাবাদ শব্দটোৱে মনত আউল লগায়। কিন্তু অম্বিকাগিৰীয়ে বিচ্ছিন্নতাবাদ বিচৰা নাছিল; তেওঁ বিচাৰিছিল জাতীয় জীৱনক সজাগ কৰি তুলি বৃহত্তৰ ভাৰতীয় জাতিৰ অঙ্গ হিচাপে বিশ্বৰ দৰবাৰত স্বজাতিক প্ৰতিষ্ঠা কৰিবলৈ। শব্দ প্ৰয়োগৰ তীব্ৰ যাদুকৰী শক্তিয়ে এই কবিতাসমূহক চেতনা উদ্দীপক কৰি তুলিছে। তদুপৰি এইবোৰত অম্বিকাগিৰীৰ দূৰদৰ্শিতাৰ উমান পোৱা যায়। 'বেদনাৰ উল্কাৰ'ৰ সৰহ সংখ্যক কবিতাই স্বাধীনোত্তৰ যুগৰ ৰচনা। চৰিত্ৰস্খলন, দুৰ্নীতি, কৰ্ম্মবিমুখতা, অৰ্থ-লোভ, ৰাজনৈতিক অধঃপতনে অনা সাময়িক ক্ৰোধ আৰু অসন্তুষ্টিৰ অভিব্যক্তিয়েই এই কাব্যখনিৰ প্ৰধান আধাৰ।

'দেশেই ভগৱান'—এই ক্ষুদ্ৰ কাব্যখনিত কবি অম্বিকাগিৰীয়ে

দেশমাতৃকাৰ চৰণ বন্দনা কৰিছে। 'অ মোৰ দেশৰ দেশবাসী' নামৰ কবিতাটোৰ পটভূমি বোধহয় ১৯৬২ চনৰ চীনৰ আক্ৰমণ ছেঔ দেশবাসীৰ স্বাধীনতা তথা অখণ্ডতা ৰক্ষাৰ দাবী কৰিছিল। কবিয়ে দেশতেই পৰমব্ৰহ্ম ঈশ্বৰৰ অস্তিত্ব উপলব্ধি কৰিছে:

দেশৰ বিহনে জনম নাই
জনম নহ'লে জীৱন নাই
জীৱন হেৰালে ভগৱান নাই
জীৱনতে ইতো ভগৱান পূৰ্ণ প্ৰতিষ্ঠান ।

'স্থাপন কৰ, স্থাপন কৰ' নামৰ দীঘলীয়া কবিতাটিত কবিয়ে তথাকথিত অসমীয়া নেতাসকলৰ স্বদেশ-প্ৰীতিৰ দৈন্য স্বজনপ্ৰীতি হীনমন্যতা আৰু বৈষম্য নীতিৰ সকৰুণ আৰু দুৰ্যোগৰ পৰিণতি-সম্পৰ্কে গভীৰ ক্ষোভ ব্যক্ত কৰি অসমীয়া জনগণক আত্মসচেতন আৰু কৰ্ম্মপটু হ'বলৈ ঐকান্তিক আহ্বান জনাইছে।

# ৰায়চৌধুৰীৰ দেশপ্ৰেমমূলক কবিতা

যমুনা শৰ্মাচৌধুৰী

অগ্নিকবি অম্বিকাগিৰী ৰায়চৌধুৰীদেৱৰ জীৱনৰ আমি দুটা দিশ দেখা পাওঁ— ৰাজনৈতিক আৰু আধ্যাত্মিক। সেইদৰে তেখেতৰ সাহিত্যিক দিশটোতো আমি দুটা ফাল দেখা পাওঁ; প্ৰথমটো হৈছে উগ্ৰ জাতীয়তাবাদী কবি আৰু দ্বিতীয়াটো হৈছে আবেগপূৰ্ণ প্ৰেমৰ কবি। ৰাজনৈতিক জীৱনৰ মাজেদিহে তেখেতে সাহিত্যিক জীৱন আৰম্ভ কৰে। 'আহুতি', 'আজি বন্দো কি ছন্দেৰে', 'বেদনাৰ উল্কা', 'স্থাপন কৰ স্থাপন কৰ', 'ডেকা-ডেকেৰীৰ বেদ', 'দেশেই ভগবান', আদি পুথিবোৰ ৰায়চৌধুৰীদেৱৰ দেশপ্ৰেমৰ জলন্ত নিদৰ্শন; আনহাতে 'তুমি' আৰু 'বীণা' কাব্য-ৰচনাৰ মাজেদি কবি ৰায়চৌধুৰী-দেৱ এজন ৰহস্যবাদী কবি হিচাপেহে প্ৰতিষ্ঠাপিত হৈছে।

ৰায়চৌধুৰীদেৱৰ দেশপ্ৰেমমূলক কবিতাসমূহ আলোচনা কৰিবলৈ যোৱাৰ আগতে তেখেতৰ ৰাজনৈতিক জীৱন-সম্বন্ধে কিছু জানি লোৱাৰ আমাৰ প্ৰয়োজন হয়। কিয়নো, ৰায়চৌধুৰীৰ ক্ষেত্ৰত ৰাজনীতিৰ লগত তেওঁৰ সাহিত্যৰ এটা নিবিড় সম্পৰ্ক আছিল। "জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী" —এই কথাষাৰ ৰায়চৌধুৰীদেৱে অন্তৰেৰে গভীৰভাৱে অনুভৱ কৰিছিল। স্বদেশ আৰু স্বজাতিক সেৱা কৰাই তেওঁৰ জীৱনৰ পবিত্ৰ ধৰ্ম আছিল। ১৯২০ চনত মহাত্মা গান্ধীৰ সংস্পৰ্শলৈ আহি তেখেতৰ কৰ্মময় জীৱন মূৰ্তমান হৈ উঠিছিল। তেতিয়াৰেপৰা দেশমাতৃৰ সেৱাৰ কাৰণে কৰ্ম-জীৱনৰ পাতনি মেলি বিভিন্ন দিশত দেশসেৱা ব্ৰতত ব্ৰতীয়ান হৈছিল। কবিৰ জীৱনলৈ এনে মুহূৰ্তও আহিছিল যেতিয়া তেওঁ ভৰি থবৰ কাৰণে ভেটি নোহোৱাকৈ পুত্ৰ-কন্যা-পৰিবাৰৰ সৈতে জীৱন যাপন কৰিবলগীয়া

হৈছিল। তেনেবোৰ মুহূৰ্ততো কবি ভাগি পৰা নাছিল। ১৯২১ চনত তেখেতে অসহযোগ আন্দোলনত নিজৰ জীৱন আহুতি দিছিল। কাৰাবৰণ কালত তেখেতৰ দেহাটো জেলৰ ভিতৰত আছিল যদিও মন আছিল ভবিষ্যত সোণৰ অসম গঢ়াৰ কল্পনাত। চৰকাৰৰ দাসত্ব স্বীকাৰ নকৰাত জেলকৰ্তৃপক্ষই তেখেতক কঠোৰ শাস্তি দিছিল। জেলত পায়খানা সৰা, শিল ভাঙিবলৈ দিয়া আদি টান কামবোৰ কৰোঁতে তেওঁৰ মুখত বেজাৰৰ চিন দেখা নগৈছিল। পায়খানা চাফা কৰোঁতে বাঢ়নিৰ তালে তালে তেওঁ সুৰ ধৰি গাইছিল:

বীৰ বেশেৰে ধৰ ঝাড়ু, ধৰ
জাতিৰ জীৱন কৰ মনোহৰ
সাৰি-পুছি চুকে-কোণে
য'ত যি আছে জাহি-জাবৰ
নহলে যে বিশ্ব সভাত নহৰ তোৰ বহাৰ ঠাই।

কঁকালত আক ভৰিত লোহাৰ শিকলি পিন্ধি বাটত শিলগুটি ভাঙোতেও কবিয়ে ৰং মনেৰে হাতুৰিৰ তালে তালে গাইছিল, "ভাই ভাঙিব লাগিব শিল, নোৱাৰো বুলিলে নহব যে ভাই, চিলতে পৰিব ঢিল।" জেলৰ ভিতৰত নানা উৎপীড়ন, সহিও কবি ভাগি পৰা নাছিল। বৰং দুগুণে উৎসাহিত হৈ মুখে মুখে গীত ৰচনা কৰি লগৰ বন্দীবোৰকো সান্ত্বনা দিবলৈ চেষ্টা কৰিছিল। এই নিৰ্ভীকতা হয়তো ভগৱানৰ প্ৰতি নাইবা বিদেশী শোষণৰ প্ৰতি কবিৰ এক প্ৰত্যাহ্বান। "বন্দো কি ছন্দেৰে' কাব্যত সন্নিবিষ্ট তেওঁৰ এটা বিখ্যাত গীতত তেওঁ কৈছে:

এইতো নহয় জেল দিয়া ভাই!
এইতো নহয় জেল দিয়া,
দুখ-ধাৰাৰে ধুলি-মলি
ধুই নিয়া ভাই, ধুই নিয়া,

এইতো নহয় জেগ দিয়া।

.... .... .... ....

নাৰায়ণক পাচ পিঠি দি

নৰৰ কেৱল বঢ়াওঁ মান

সেইবাবেতো উৎপীড়নেৰে

শুদ্ধ কৰা চিত্ত-হিয়া।

সমসাময়িক ৰাজনৈতিক আৰু সামাজিক পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত হোৱা নতুন এক পৰিবৰ্তনৰ মাজতো কবিৰ দৃষ্টিভঙ্গী হৈ উঠিছিল গঠনমুখী। দেশৰ মানুহক শক্তিমান কৰিবৰ কাৰণেই তেখেতে কৰ্মময় জীৱন-ব্ৰত ল'লে। 'কৰ্ম-গীতিকা' নামৰ কবিতাত তেখেতে লিখিছে :

কৰ কৰ কাম, ধৰ ধৰ কাম—কেৱল কাম, কেৱল কাম,

কামৰ সোঁতত ৰাখ নিমগন দেহ-মন-প্ৰাণ অবিৰাম,

সোণ সোৱাদত ভৰাই তেহে

শুকান হাড়াল মনে-দেহে

জীৱন-ৰসৰ প্ৰাচুৰ্যেৰে হৈ উঠিবি শক্তিমান,

দৈন্যতা, দৰিদ্ৰ নাশি দেশ হব সুখ শান্তিধাম।

ৰায়চৌধুৰীদেৱৰ লেখনিৰ প্ৰধান সুৰটোৱে হ'ল দেশপ্ৰেমমূলক। পৰাধীনতাৰ শৃঙ্খলত আবদ্ধ চিন্তাশীল স্বাধীন কবি ৰায়চৌধুৰীদেৱে তেজোদীপ্ত ভাষাৰে ১৯০৫ চনত বংগভঙ্গৰ স্বদেশী আন্দোলনৰ সময়ত, ১৯১৭ চনত বৰপেটাত হোৱা 'আসাম এছোচিয়েচন'ৰ অধিবেশনত আৰু ১৯২৬ চনত পাণ্ডু কংগ্ৰেছ অধিবেশনত গোৱা গীতকেইটিতে কবিৰ দেশপ্ৰেমৰ সুস্থ সবল মনৰ পৰিচয় পোৱা যায় :

আজি বন্দো কি ছন্দেৰে সমাগত বিৰাট

নৰনাৰায়ণ ৰূপ

নৰনাৰায়ণ ৰূপ

পৰিল পৰাধীন কুণ্ঠিত চিত্ত-মন
নাই ফুল-চন্দন - ধূপ
নাই ফুল-চন্দন-ধূপ…" ।

এইজনা আদৰ্শবাদী কবিৰ কোনো লেখনিয়ে "হাঁহি-ধেমালিৰ ডাগৰ জুৰোৱা গান" নহয়, তেওঁৰ প্ৰত্যেক লেখনিয়ে 'সুপ্ত জীৱন চকোৱা জগোৱা বজ্ৰ নিনাদ তান"হে। ৰায়চৌধুৰীদেৱৰ জীৱনটো আছিল এক ভয়াবহ ঘূৰ্ণীবায়ু। ইয়াৰ উত্তাল তৰঙ্গস্ৰোতৰ প্ৰভাৱে তেওঁৰ স্বদেশপ্ৰেমৰ কবিতাবাজিক মহিমামণ্ডিত নকৰাকৈ থকা নাই। অম্বিকাগিৰী ৰায়চৌধুৰীৰ অন্তৰখন আছিল এক বিৰাট অগ্নিকুণ্ড। অনাচাৰ-অবিচাৰ সকলো আবৰ্জনা যেন পুৰি ছাঁই কৰি দিব। কবিৰ বুকুৰ জুয়ে তেওঁৰ স্বদেশপ্ৰেমমূলক কবিতাক উজ্জ্বল কৰিছে, এক উত্তাল ৰক্ত প্ৰবাহ প্ৰদান কৰি শক্তিশালী কৰিছে :

জাগ, জাগ, জাগ ভাৰত সন্তান হিন্দু-মুছলমান।
মুক্তি শঙ্খ বাজে গাজে ভেটি
লক্ষ ভ্ৰাতাৰ হিয়াৰ তেজেদি
ৰঞ্জিত হোৱা জালিয়ানাবাগ।

জালিয়ানাবাগৰ হত্যাকাণ্ডই আন আন কবি-সাহিত্যিকক আকৰ্ষণ কৰাৰ দৰে ৰায়চৌধুৰীদেৱকো কৰিছিল। সামাজিকেই হওক বা ৰাজনৈতিকেই হওক, অবিচাৰ, অত্যাচাৰ নীৰৱে সহ্য কৰিবৰ কাৰণে অম্বিকাগিৰী ৰায়চৌধুৰীদেৱৰ জন্ম হোৱা নাছিল। ব্যক্তিগত বা সামাজিক ভাৱত মানুহৰ যি মুখা পিন্ধা আচৰণ, তাৰ বিপক্ষে তেওঁ মাত নিদিয়াকৈ নাথাকিছিল। 'মই বিপ্লৱী, মই তাণ্ডৱী' নামৰ কবিতাত ইয়াৰেই প্ৰতিধ্বনি শুনা যায় :

পদ-মৰ্যদা ক্ষমতাৰ থকে
মানৱীয়তাক গিলে ভিতিলৈকে,

আত্মাৰ ক্ষুধা ভৰিবে মোহাৰি
যৌনক্ষুধাৰ পিশাচী ৰাপত মত্ত,
কৰ্ত্তব্যৰ গেড়ি তল কৰি
বলিয়া চিঞৰ কেৱল দাবীৰ স্বত্ব;

তাতেনেকি মোৰ তোলে'। তাণ্ডৱ বিপ্লৱ তোলে'। মোৰ।

অসমৰ মাটি পানী বায়ু, প্ৰত্যেক ধূলিকণাই ৰায়চৌধুৰীদেৱৰ বৰ আপোন আছিল। অসমী আইক তেওঁ ভৌগোলিক সীমাৰে আৱৰা এখন দেশ বুলি কেতিয়াও ভবা নাছিল। অসম মাতৃক তেওঁ জীৱন্ত মাতৃৰূপেই কল্পনা কৰিছিল; সেইকাৰণেই দেশৰ প্ৰতি তেওঁৰ ইমান শ্ৰদ্ধা, ইমান আনুগত্য। 'দেশেই ভগবান' নামৰ কবিতাত তেওঁ লিখিছে:

দেশতেই পাওঁ জন্ম-জীৱন,
লালন-পালন, ভাৱণ-ভূষণ
ধৰ্ম্ম-কৰ্ম, চিন্তা, সাধন,
দেশ এৰি মোৰ একো নাই।

১৯৬২ চনত চীনে ভাৰত আক্ৰমণ কৰা প্ৰতিৰোধ কৰিবৰ কাৰণে ৰায়চৌধুৰীদেৱে ডেকা অসমক আহ্বান জনাইছিল। দেশৰ সেই সঙ্কিক্ষণত দেশবাসীয়ে নিজৰ ক্ষুদ্ৰস্বাৰ্থ ত্যাগ কৰি, বিৰোধ-বিবাদ, দুৰ্বলতা সকলো পাহৰি যুদ্ধক্ষেত্ৰত নামি দেশৰ স্বাধীনতা ৰক্ষা কৰিলেহে আমাৰ কৰ্তব্য পূৰণ কৰা হ'ব:

ভীষ্মপ্ৰতিম বজ্ৰকঠোৰ প্ৰতিজ্ঞাৰে,
হিমগিৰিধৰৰ অটল দৃঢ়ভাৱে,
এই দায়িত্ব পালন কৰোঁতা
ভাৰত সন্তান ভাৰতবাসীত বাদে
আন কোনো নাই—আন কোনো নাই।

'মইয়ে কৰিম' 'মইয়েই কৰিব লাগিব'—এনে ভাবত মগ্ন হৈ ৰায়চৌধুৰীয়ে অকণো বিচলিত নোহোৱাকৈ তীব্ৰ গতিৰে তেওঁক লৈ আহিল। তেখেতৰ এই গতিত সংসাৰৰ কোনো দুখ-লাঞ্ছনা, নিন্দা গৰিহণাই বাধাৰ সৃষ্টি কৰিব পৰা নাছিল। তেওঁ উপলব্ধি কৰিছিল যে কেৱল কামৰ জৰিয়তেহে মানুহৰ নিজৰ আৰু দেশৰ সত্তাৰ অভ্যুদয় [illegible] কাৰ্য সাধন হয়। সেই কাৰ্য যিমানেই কষ্টকৰ নহওক কিয়, সেই কাৰ্যৰ মাজেৰেহে জীৱনৰ চৰম উৎকৰ্ষ সাধন হয়। "গঢ়া মোক কৰি কাড়্‌দাৰ" কবিতাত তেওঁ গাইছে:

হেৰা বিশ্ব কৰ্মকাৰ !
তোমাৰ কঠোৰ হাতুৰিৰে
পিটি পিটি মোক ভাঙি ছুপিতিৰে
গঢ়ি তোলা কৰি বিশ্বৰ খাড়্‌দাৰ
হেৰা বিশ্ব কৰ্মকাৰ।

ৰায়চৌধুৰীদেৱৰ গোটেই জীৱনটোৱেই সংগ্ৰামময় : সেই ভাবেই তেওঁৰ ৰচিত কবিতা, প্ৰবন্ধবোৰত ঠাই পাইছিল। কবিয়ে নিজেই এঠাইত কৈছিল, "কোনোবাই যদি মোৰ লিখাবিলাক কোনো কাব্যিক বা সাহিত্যিক মূল্য নাই বুলি পুৰি ছাই কৰিও পেলাই দিয়ে, তাত মোৰ মুঠেই আপত্তি বা প্ৰতিবাদ কৰিবৰ কাৰণ নাই। কিন্তু কোনোবাই যদি কয়, মোৰ দেশ-সেৱাত আন্তৰিকতা নাই, নিঃস্বাৰ্থতা নাই, তেন্তে মই প্ৰচণ্ডভাৱে তাৰ বিৰুদ্ধে বেৰ পাতি উঠিম........ . .... ।" এই কথাকেইষাৰৰ মাজেৰে ৰায়চৌধুৰীদেৱৰ দেশৰ প্ৰতি থকা দেশ-প্ৰেমৰ জীৱন্ত ৰূপ প্ৰকাশ পাইছে। দেশ-সেৱা আৰু সমাজ-সেৱা— এই ধৰ্ম পালনৰ কাৰণে জীৱন প্ৰতিজ্ঞা কৰি সকলো দুখ-কষ্ট, নিন্দা-তিৰস্কাৰ নীৰৱে মূৰ পাতি লৈছিল। ৰায়চৌধুৰীদেৱ হঠাৎ হোৱা পাৰত গজা নেতা নহয়। তেওঁ এজন

কঠোৰ সাধক। প্ৰশংসাত বিভোল হোৱা আৰু নিন্দা-তিৰস্কাৰত প্ৰভাৱিত হোৱা বিধৰ লোক তেওঁ নাছিল। "মই জীৱননীতিক মানৱ নীতিক" নামৰ কবিতাত তেওঁ প্ৰাঞ্জল ভাষাত এই ভাবকেই ব্যক্ত কৰিছিল :

'বহুতেই কয়
মই হেনো এটা
'মস্ত' ধুমা ৰাজনীতিক,
কিন্তু মইতো নহওঁ এতিয়মানো ৰাজনীতিক,
মই জীৱননীতিক, মানৱনীতিক
অসীম অপৰ মহামানবীয়
জীৱন সেৱাই মোৰ প্ৰতীক।'

'বেদনাৰ উল্কা' নামৰ কবিতা পুথিখনিৰ ভিতৰত থকা 'কৰ্ম-নীতিকা' নামৰ গীতটোৰ মাজেৰে কবিৰ মহান দৰ্শনৰ পৰিচয় পোৱা যায়। কৰ্মশক্তিৰ কৱচ পিন্ধি কৰ্ত্তব্যৰ হেংদান তুলি জাতিক "বলা ভাই আগুৱাই" বুলি এখন অতি উচ্চ, অতি উন্নত, অতি সুন্দৰ ঠাইলৈ নিবলৈ আহ্বান জনাইছে। য'ত "দীনতা, নীচতা, ভীৰুতা, হীনতা, হিংসাদ্বেষ সমূলি নাই" তেনে এক সমাজৰ সৃষ্টি কৰাই ৰায়-চৌধুৰীদেৱৰ কৰ্মজীৱনৰ মহা অভিযান আছিল।

ৰায়চৌধুৰীদেৱৰ দেশপ্ৰেমৰ অনুভূতি বৰ তীব্ৰ আছিল। দেশৰ দুৰ্দশা দেখি তেওঁ অতি যন্ত্ৰণা অনুভৱ কৰিছিল। বঞ্চিত আৰু অজ্ঞ সকলৰ প্ৰতিও তেওঁ সহানুভূতিশীল আছিল; আৰু সেই কাৰণেই তেওঁ ডেকা-শক্তিক সদায় আহ্বান জনাইছিল। ডেকা-শক্তিৰ উদাসীনতাই তেওঁক বিৰক্ত কৰে যদিও ডেকাশক্তিৰ ওপৰত তেওঁ যথেষ্ট আশা ৰাখিছিল। অসমৰ যুৱক-যুৱতীয়ে 'কৰ্ম-বিজয় শঙ্খ বজাই জীৱনটো নতুন কৰ, এলাহ এৰি কামত ধৰ, জীৱনটো তোৰ

বিৰাট কৰ' বুলি ৰায়চৌধুৰীদেৱে উদাত্ত বাণী শুনাইছিল :

'কৰ্মবিমুখ এলেহুৱাৰ ওকোন্দনিত ভৰি থকা
ভেম ভাঙাৰ আৱৰ্জনাত
কৰ্মধাৰাৰ দীপ্ত শিখা জ্বলাই দে
জ্বলাই দে।

অম্বিকাগিৰী ৰায়চৌধুৰীদেৱৰ জীৱনটো আছিল এটা অগ্নি-গিৰি। অন্তৰৰ অন্তঃনিঃসৃত ভাৱধাৰাই জীৱন্ত মূৰ্ত্তি লৈ তেখেতৰ লিখনীৰ মাজেৰে প্ৰকাশ পাইছিল। তেওঁৰ জীৱিত কাল ছোৱাত দেশ-মাতৃৰ পৰাধীনতাৰ অন্ধকাৰত তেওঁৰ দেশপ্ৰেমমূলক কবিতা আৰু গীতবোৰে অসমৰ ডেকা-শক্তিক অনুপ্ৰেৰণা যোগাইছিল। তেখেতৰ বিশাল অন্তৰত পৃথিৱীৰ সকলোৰে কাৰণে ঠাই আছিল।

'শান্তি-বিহীন কৰ্মধাৰাত
ঘেম-টুপি তোৰ চাপি চাপি
সোণ-সাকৰা কৰি,
জন্মভূমিৰ ধূলি-বালি
পথাৰ কেথৰ বীৰ দাপেৰে
তোল সোণেৰে পচি।

ৰায়চৌধুৰীদেৱৰ সমূহ সাহিত্যই বিপ্লৱমুখী। জাতিক সংচেতন আৰু জাগ্ৰত কৰিবলৈ তেখেতে তীব্ৰভাষাৰে আহ্বান জনাইছিল। সেই আহ্বান কঠোৰ হৈছে নে নাই সেইবোৰ চাবলৈ তেওঁৰ সময় নাছিল। মিঠা মিঠা কাব্যিক শব্দৰ খেল খেলা কবিৰ কাম নহয়। তেওঁ যি কাম হাতত লৈছে, তাৰ ভূমিকা অতি কঠিন। তাত মিঠা-কোমল অনুভূতিয়ে ঠাই নাপায়। তেওঁৰ অনুভূতি আৰু অভিমত প্ৰকাশৰ কাৰণে তেওঁ কঠিন-কঠোৰ শব্দহে বাচি লৈছিল। অম্বিকাগিৰী ৰায়চৌধুৰীদেৱৰ কবিতাৰ ভাষাত সংস্কৃতীয়া আৰু ঠাই বুলি সাৱলীল আৰু কথিত ৰূপ গ্ৰহণ কৰা শব্দসম্ভাৰৰ অভিযতে চমৎকাৰ

কাব্যিক ব্যঞ্জনাৰ পয়োভৰ দেখা যায় তেখেতৰ লিখনীসমূহ জীৱন্ত আৰু মৰ্মস্পৰ্শী। দেশপ্ৰেম হৈছে মানৱ জীৱনৰ সৰ্বোৎকৃষ্ট পৰিচয়; অম্বিকাগিৰী ৰায়চৌধুৰী হৈছে দেশপ্ৰেমৰ এক অনিৰ্বাণ শিখা।

'ভাঙি গুৰি কৰা ধুমুহা আহিছে আহক
বিদ্মাশৰদে বজ্ৰ গাজিছে গাজক
আগ্নেয়গিৰি উল্কা উঠিছে উঠক
ভূমিকম্পত ধৰিত্ৰী ফাটিছে ফাটক
আকাশলঙ্ঘী প্ৰলয় নাচিছে নাচক
দৈত্য-দানৱ শত্ৰু নামিছে নামক।'

গোটেই জীৱন সংগ্ৰাম কৰা অম্বিকাগিৰী ৰায়চৌধুৰীদেৱৰ ওজস্বী ভাষাৰ এইয়া দেশপ্ৰেমৰ এক জ্বলন্ত নিদৰ্শন।

**॥ গীত ॥**

বন্দো কি ছন্দেৰে : পঁচিশটা গীতৰ সংকলন : ৰচনা ১৯০৫ খ্ৰী :; প্ৰথম প্ৰকাশ ১৯৫৮, গুৱাহাটী।

**॥ কবিতা ॥**

তুমি : ৰচনা— ১৯০৭, বৰপেটা প্ৰথম প্ৰকাশ ১৯১৬, ডিব্ৰুগড়।

বীণা : ৰচনা— ১৯০৭, বৰপেটা ; প্ৰথম প্ৰকাশ ১৯১৬, ডিব্ৰুগড়।

অনুভূতি : ৰচনা— ১৯১০-১৯৫৪ ; ৬১ টা গীতৰ সংকলন, প্ৰথম প্ৰকাশ ১৯৫৪, গুৱাহাটী।

আপন কৰ, আন কৰ : দুটি গীতৰ সংকলন, প্ৰথম প্ৰকাশ ১৯৫৮ গুৱাহাটী।

বেদনাৰ উল্কা : ৪৬ টা কবিতাৰ সংকলন ; ৰচনা— ১৯২০-১৯৬০ ; প্ৰথম প্ৰকাশ ১৯৬০, গুৱাহাটী।

দেশেই ভগৱান : প্ৰথম প্ৰকাশ ১৯৬২, গুৱাহাটী।

**॥ নাটক ॥**

জয়দ্ৰথ বধ : পৌৰাণিক নাটক ; ৰচনা— ১৯১২, বৰপেটা ; প্ৰথম প্ৰকাশ ১৯৬১, গুৱাহাটী।

কল্যাণময়ী : ১৯১১—১৯১৪, বৰপেটা ; আৱাহনত প্ৰকাশিত।

**॥ বিবিধ-ৰচনা ॥**

বিশ্বনাট্য : ৰূপক নাট : ১৯১৯ ; প্ৰথম বছৰ চেতনাত প্ৰকাশিত।

বিপ্লৱৰ শেষ : চেতনাত প্ৰকাশিত।

অভাগী মহিলাৰ উক্তি : নাটকীয় কবিতা ; সপ্তম বছৰ, তৃতীয় সংখ্যা; আসাম বান্ধৱত প্ৰকাশিত।

একোক্তি : সপ্তম বছৰ, তৃতীয় সংখ্যা, আসাম বান্ধৱত প্ৰকাশিত।

ধুনপেচ : নাট্যদৃশ্য ; অষ্টম বছৰ দ্বাদশ সংখ্যা, আসাম বান্ধৱত প্ৰকাশিত।

শ্ৰীৰামচন্দ্ৰ আৰু তাৰা : ৰেডিঅ' নাট ; ৰচনা— ১৯৬৫।

স্বৰ্গ-মৰ্ত্ত্য ডাক বিভাগ : ৰূপাত্মক ৰচনা, আসাম বান্ধৱত দ্বিতীয় বছৰ প্ৰথম সংখ্যাৰপৰা প্ৰকাশিত।

॥ গদ্য-সম্ভাৰ ॥

জগতৰ শেষ আদৰ্শ আৰু বিশ্ব শান্তি স্থাপনৰ পথ : ৰচনা— ১৯১৪, প্ৰথম প্ৰকাশ ১৯১৬, ডিব্ৰুগড়, পিছত আহুতিৰ অন্তৰ্গত।

আহুতি : ৰচনা— ১৯১৪—১৯৫০ খ্ৰী, ৪১ টা প্ৰবন্ধৰ সঙ্কলন ; প্ৰথম প্ৰকাশ ১৯৫৩, গুৱাহাটী।

শতধাৰ : ৰচনা – ১৯১৩ খ্ৰী, গুৱাহাটী।

ডেকা-ডেকেৰীৰ বেদ : ৰচনা— ১৯৩৫-৪১ খ্ৰীঃ, প্ৰথম প্ৰকাশ ১৯৫২ খ্ৰীঃ, গুৱাহাটী।

ভাৰতীয় স্বৰাজ আৰু অসমীয়া স্বৰাজ, প্ৰথম প্ৰকাশ ১৯৩৪ খ্ৰীঃ, পিছত আহুতিৰ অন্তৰ্গত।

স্বাধীন পঞ্চায়ৎ ৰাষ্ট্ৰগঠনৰ প্ৰাথমিক আঁচনি : প্ৰথম প্ৰকাশ ১৯৪২ খ্ৰীঃ, গুৱাহাটী ; ডেকা-ডেকেৰীৰ বেদৰ অন্তৰ্গত, পিছত দ্বিতীয় সংস্কৰণ ১৯৫৮ খ্ৰীঃ।

আত্মৰক্ষী বাহিনী গঠন : প্ৰথম প্ৰকাশ ১৯৪৭ খ্ৰীঃ ডেকা-ডেকেৰীৰ বেদৰ অন্তৰ্গত, পিছত দ্বিতীয় সংস্কৰণ।

॥ সম্পাদিত গ্ৰন্থ ॥

সাহিত্য-মঞ্জৰী : শ্ৰীমতী শুচিব্ৰতা ৰায়চৌধুৰীৰ সৈতে যুটীয়াভাৱে সম্পাদিত ; প্ৰথম প্ৰকাশ ১৯৫১ খ্ৰীঃ, গুৱাহাটী।

॥ অপ্ৰকাশিত ৰচনা ॥

বেণু : গীতৰ সংকলন।

মোৰ দাদা : স্বৰ্গীয় গিৰীশচন্দ্ৰ ৰায়চৌধুৰীৰ জীৱনী।
বন্দিনী ভাৰত : নাটক, ৰচনা— ১৯০৪ খ্ৰী:, গুৱাহাটী।
ভক্ত-গৌৰৱ বা গিৰীধৰৰ দান পৰীক্ষা : ৰচনা—১৯১১ খ্ৰী:, বৰপেটা ;
যাত্ৰা গীতিনাট্য।
মোৰ জীৱনৰ ধুমুহা এছাটি : অসমবাণী, অসম বাতৰি, ৰামধেনু আদিত প্ৰকাশিত প্ৰবন্ধ-সংকলন।

॥ প্ৰকাশিত বিবিধ প্ৰবন্ধ ॥

॥ চেতনাত প্ৰকাশিত ॥

মাধৱদেৱ : ২য় বছৰ, তৃতীয় সংখ্যা।
জেল কাহিনী : ৪ৰ্থ বছৰ, ৮ম সংখ্যা।
দণ্ডবিধি ৰাজদ্ৰোহ সংশোধনৰ প্ৰস্তাৱনাৰ বিষয়ে ৪ৰ্থ বছৰ, ১০ম সংখ্যা।
স্বৰাজ : ৫ম বছৰ ৪ৰ্থ সংখ্যা আৰু ১১শ সংখ্যা।
হিন্দুৰ জাতিভেদ : ৫ম বছৰ, ৫ম সংখ্যা।
জগতব্যাপী শান্তিৰ প্ৰথম খোপ : ৫ম বছৰ, ৫ম সংখ্যা।
বৃটিছ-পণ্য বৰ্জন : ৫ম বছৰ, ৫ম সংখ্যা।
অসমীয়া লোকৰ সংখ্যা : ৫ম বছৰ, ৫ম সংখ্যা।
জাতীয় ভাষা : ৫ম বছৰ, ৬ষ্ঠ সংখ্যা।
আমাৰ চেষ্টা : ৫ম বছৰ, ৭ম সংখ্যা।
বৰগীত : ৫ম বছৰ, ৭ম সংখ্যা।
হিন্দু আৰু মুছলমান ৰাজ : ৫ম বছৰ, ১০ সংখ্যা।
হিন্দুৰ উন্নতিৰ অন্তৰায় কোন ? : ৫ম বছৰ, ১১শ সংখ্যা।
অসমীয়াৰ বেকাৰ সমস্যা : ৫ম বছৰ, ১১শ সংখ্যা।
মহাত্মাৰ কথা : ৬ষ্ঠ বছৰ, প্ৰথম সংখ্যা।
মহাত্মাৰ বাণী : ৬ষ্ঠ বছৰ, প্ৰথম সংখ্যা।
মহৎলোক সম্বন্ধে কিছু কথা : ৬ষ্ঠ বছৰ, প্ৰথম সংখ্যা।

আমেৰিকা আৰু জাপানৰ কথা : ৬ষ্ঠ বছৰ, প্ৰথম সংখ্যা।
চীনৰ ধ্বংস : ৬ষ্ঠ বছৰ, প্ৰথম সংখ্যা।
নিবনুৱা সমস্যা : ৬ষ্ঠ বছৰ, ৪ৰ্থ সংখ্যা।
ভাৰতৰ ক্ৰম-দৈন্য : ৬ষ্ঠ বছৰ, ৪ৰ্থ সংখ্যা।
বিজ্ঞানৰ টোকা : ৬ষ্ঠ বছৰ, ৪ৰ্থ সংখ্যা।
পাৰ্লিয়ামেণ্টৰ লৰ্ড সভাত ভাৰত সম্বন্ধে কথা : ৬ষ্ঠ বছৰ, ৪ৰ্থ সংখ্যা।
পঞ্জাৱত শিখবিলাকৰ অবস্থা : ৬ষ্ঠ বছৰ, ৭ম সংখ্যা।
আমি যুঁজিবলগীয়া শত্ৰুশক্তি : ৬ষ্ঠ বছৰ, ৭ম সংখ্যা।
হিন্দুজাতি আৰু স্বৰাজৰ যোগ্যতা : ৬ষ্ঠ বছৰ, ১০ সংখ্যা।
আত্মপ্ৰতিষ্ঠা আৰু আত্ম-অধিকাৰ : ৬ষ্ঠ বছৰ, ১১ শ সংখ্যা।
অসমীয়া হিন্দু মুছলমান : ৭ম বছৰ, ১০ম সংখ্যা।
অসমত কংগ্ৰেছ মহাসভা : ৭ম বছৰ, ১০ম সংখ্যা।
কংগ্ৰেছ মহাসভাৰ অধিবেশনৰ লগত অসমীয়াৰ মান-ইজ্জতৰ সম্বন্ধ : ৭ম বছৰ ১১শ সংখ্যা।
দেশৰ বৰ্ত্তমান ৰাজনৈতিক অৱস্থা : ৭ম বছৰ, ১১শ সংখ্যা।
অসমীয়া সংৰক্ষিণী সভাৰ স্থাপনৰ আৱশ্যকতা কিয় হ'ল? : ৭ম বছৰ, ১২ শ সংখ্যা।

॥ আৱাহনত প্ৰকাশিত ॥

দুৰ্গাপূজা অসমীয়াৰ কিয় জাতীয় উৎসৱ নহয় : ২য় বছৰ, ১১শ সংখ্যা।

॥ আসাম-বান্ধৱত প্ৰকাশিত ॥

অসমীয়াৰ আত্মকথা : ৭ম বছৰ, ৩য় সংখ্যা।
শব্দ-বিদ্যা সংস্কৃত টোল : ৭ম বছৰ, ৪ৰ্থ সংখ্যা।
আসামত আকাল : ৭ম বছৰ, ৭ম সংখ্যা।

গোৱালপাৰা অসমীয়াৰ নে বঙালীৰ : ৭ম বছৰ, ৭ম সংখ্যা।
দেশৰ কথা : ৭ম বছৰ, ৬ষ্ঠ, ৭ম আৰু ৮ম সংখ্যা।
বিভিন্ন প্ৰবন্ধ : ৭ম বছৰ, ১১শ আৰু ১২ শ সংখ্যা।

॥ অসমীয়া বাতৰিত প্ৰকাশিত ॥

অসমত সঙ্গীত-চৰ্চ্চা-সম্পৰ্কে : ২ আহাৰ, ১৮৫৩ শক ; জুন, ১৯৩১, খ্ৰী : ।

॥ অসমত বাতৰিত প্ৰকাশিত ॥

মই লিখো কিয় ? : বুধবাৰ, ২ মাৰ্চ, ১৯৬৬ চন।
অসম সমস্যা : নগা সমস্যা : বুধবাৰ, ১ জুন, ১৯৬৬ খ্ৰী : ।

॥ দৈনিক অসমত প্ৰকাশিত ॥

ড° কাকতিৰ পুণ্য-স্মৃতি : ১৫ নৱেম্বৰ, ১৯৬৫ খ্ৰী : ।

॥ অসম বাণীত প্ৰকাশিত ॥

ভাৰতৰ স্বাধীনতা যুদ্ধত দেশাত্মবোধক সঙ্গীতৰ ভূমিকা :
১৭ জানুৱাৰী, ১৯৫৮ খ্ৰী : ।
ডাক্তৰ দাদাক স্মৰণ কৰি : ১২ ডিচেম্বৰ, ১৯৫৮ খ্ৰী : ।
"আক্ৰমণ" বনাম "আত্মৰক্ষা" : ১৯ আগষ্ট, ১৯৬০ খ্ৰী : ।

॥ লিখিত ভাষণ ॥

অসম সাহিত্য সভাৰ সঙ্গীত সন্মিলনৰ সভাপতিৰ অভিভাষণ :
শিৱসাগৰ, ১৯৭৫ খ্ৰী : ।
অসম সাহিত্য সভাৰ একবিংশতম অধিবেশন সভাপতিৰ অভিভাষণ :
মাৰ্ঘেৰিটা, ১৯৫০ খ্ৰী : ।
ছাত্ৰ পৰিষদৰ সভাপতিৰ অভিভাষণ : গোৱালপাৰা, ১৯৫৪ খ্ৰী : ।

॥ ইংৰাজী গ্ৰন্থ ॥

Songs of the Cell : Guwahati, 1942,
translated by Dr. Banikanta Kakati
and Dr. Birinchi Kumar Barua.

Final Goal of A Man and Lasting Peace :
Guwahati, 1960,
translated by Dr. Mahendra Bora.

